# কাইথেলী অঙ্ক।




শ্ৰীদণ্ডীৰাম দত্তৰ দ্বাৰা

সম্পাদিত আৰু প্ৰকাশিত।

[ বেলশৰ কামৰূপ ]

[ ১৮৩২ ]

১ম সংস্কৰণ




 [ মূল্য ॥০ অনা। পকাবন্ধা ৸০

# নিবেদন।

হাই ও মজলীয়া স্কুলীয়া লবাব লগত কাইথেলী অঙ্ক আলোচনা কৰা হৈছিল। তেওঁলোকে চুটিৰ পাছতো এই অঙ্ক কৰি তৃপ্তি পাইছিল।

প্ৰায় ছ কুৰি বছৰ আগতে এই জ্যোতিৰীয়া গণন বিষ্যাৰ চৰ্চা কৰি কায়স্থ সকলে প্ৰাচীন কামৰূপত খ্যাতি আৰ্জ্জিছিল।

বৰ্ত্তমানত ই আদৰণীয় হব বুলি আৰু পুৰণি চিন লোপ হব ভাবি ইয়াক সংগ্ৰহ কৰি অহোপুৰুষাৰ্থেৰে অস্বযোৰ কৰি অনেক দিনৰ মূৰত সম্পাদন কৰা হল। আসাম সাহিত্য সভাৰ মতত ঘূৰাই পকাই কাম কৰাত পুথি প্ৰকাশত দেৰি হল। পুথিখন পৰীক্ষা কৰি এই সভাই আমাক উৎসাহ দিছে। সেই বাবে উক্ত সভাৰ প্ৰতি আমাৰ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

ইয়াক ভিন্ন প্ৰদেশৰ লোকে আমাৰ হাতৰ পৰা নিবৰ যত্ন কৰিছিল। আসাম গৱৰ্ণমেণ্টে প্ৰকাশ কৰাৰ কাৰণেও ২।১ জন বিশিষ্ট সম্ভ্ৰান্ত লোকে যত্ন কৰি আমাক জনাইছিল। কিন্তু নানান কাৰণে ই প্ৰকাশ নহল। এই পুথি সম্বন্ধে আমি অনেকৰ পৰা উৎসাহ আৰু উপদেশ পাইছোঁ। সেই সকলৰ ওচৰত আমাৰ ত্ৰুটি ক্ষমা মাগি কৃতজ্ঞতা জনাইছো।

( বেলশৰ—কামৰূপ ) নিবেদক—

১৮৫২ শক। শ্ৰীদণ্ডী ৰাম দত্ত।

# Opinion.

Copy of certificate granted by the Deputy Inspectors and Head Masters of Assam Valley at the Conference held at Jorhat on 2. 5. 30.

We have great pleasur in introducing Sjt. **Dandi Ram Datta**, teacher of Bagrihati M. V. School, Gauhati for his publication of a book named "Kautuk" which is a small volume of arithmatical riddles of his own discovery. The book deals with some old **"Kaitheli"** arithmetic

sums, now extinct and some very short and clever process of working out big sums. He gave us some pleasant minutes show in the premise of the Normal school: Jorhat and we are really charmed with the tricks shown.

We therefore hope that the Govt. and the public will be kind enough to give this young man every possible help in his line of research.

Sd.- Sj. Ghana Kanta Barooah, Hd Master, Jorhat.
,, P. N. Bujar Barooah, D. I. Golaghat.
,, Bakshnumahammed, D. I. Dhubri.
,, Nabakumar Barooah, H.M. Sonaram H.E. Schoo l
,, Azizar Rohman, H. M. Nazira.
,, Bhabakanta Datta, Offg, D. I, Mangaldai.
,, Gobinda Chandra Sarmah, H.M. George Institute.
,, Abalakanta Goswami, H.M. Palashbari H E. Scl.
,, Maniram Das, H. M. Nalbari H. S.
,, Mathuranath Barua, H. M. B. H. S. Joahat.
,, Bisweswer Chakrabarty. D. I. N. Lakshimpur.
,, Purna chandra Datta, H. M. Bilasipara.
,, Rebatimohan Chakrabarty, H. M. Dibruharh.
,, Hem chandra sen, Offg. H. M. Gauhati.
,, Promoda charan Benerje, H. M. Barpeta.
,, Purna chandra Roy, H. M. Tezpur.
,, Abdur Rohman, D. I. Gauhati
,, Gogan Chandra Barua, Of g. D. I. Goalpara.
,, U. Own Rowie, D. I. Garo hills.
,, Sankhadhar Aarooah, D. I. Dibrugarh.
,, Jajneswar Barooa, D. I. Tezpure.
,, Chandra Nath Datta phukan, Instructor, N. Scl
,, Sarbanda Das D. I. Barpeta.

# পাতনি

ইংৰাজ আমোলৰ আগ ভাগলৈ কায়স্থ সকলে দেশী ভাষাত শিক্ষা-দান কাৰ্য্য কৰিছিল। এই শিক্ষকতা কৰা লোক সকল প্ৰায়ে কায়স্থ জাতিৰ আছিল। এই সকলে লৰা-ছোৱালীক পঢ়িবলৈ শিকোৱাৰ লগে লগে, হিচাব কৰিবলৈ অঙ্কও শিকাইছিল। তেতিয়া পণ্ডিত সকলে গাঁৱে ২ লৰা পঢ়াইছিল। আৰু তাৰ নাম দিছিল পঢ়াশালী। তাত ক ফলা স্কফলা, সিদ্ধি ফলা, আকাৰ ফলা, নামখৰি ভাঙ্গা, আদি ফলা শিকাইছিল। হিচাব সম্বন্ধেও আঠকঠা দশাঙ্ক, বিদ্যাউঠি, পিয়ল, গঙ্কক আদি শিকাইছিল। 'লীলাৱতী' 'শুভঙ্কৰী' নামৰ অঙ্কৰ সাঁচিপতীয়া পুথিয়েই তেতিয়াৰ লেখৰ পুথি। এই পুথিৰ অঙ্ক কিছু "চেতনা-প্ৰভাত" পত্ৰিকাত প্ৰকাশ হৈছে।

এই অঙ্ক চৰ্চ্চাকৰা পণ্ডিতৰ ভিতৰত জ্যোতিষ চূড়ামণি, কচিচূড়ামণি, বছিদাঠাকুৰ, আচাঙ্গাৰ, বকুল কায়স্থ, শুভঙ্কৰী, কাৰ্ত্তিক-ময়ুৰ-কাই, প্ৰধান। 'বকুলৰ' অঙ্কৰ-সম্ভযোগ বৰ চমৎকাৰ। তেওঁ এখন ভূমি পৰিমাণ বিষয়ক পুথি লিখাও শুনা যায়। (১৯২৫ ইং মাৰ্চ্চ মাহত ২৩ তাং) স্বৰ্গীয় পণ্ডিত ৺ হেমচন্দ্ৰ গোস্বামী দেৱে আমাৰ আগত এই কথা উল্লেখ কৰিছিল।

আমি ১৮৪৩ শকৰ পৰা এই অঙ্কৰ অৰ্থে অনেক চেষ্টা আৰু পৰিশ্ৰম কৰিছোঁ। ওপৰ আসামত ফুৰি কতো নেপালো নিম্ন অসামতে প্ৰায় অঙ্ক পাইছোঁ। এই ফুৰাৰ ভিতৰত ১৯২১। ২১ এপ্ৰিলত ডিব্ৰুগড় অঞ্চলত ফুৰোঁতে লিডুৰ পৰা নাগাপাথাৰত শ্ৰীযুত ৰত্নসেন চৌধুৰীৰ লগত কিছুদিন ঘূৰি ফুৰোঁতে ডিগবই, মাৰ্ঘেৰিতাৰ মাজত আমি ভয়ানক কষ্ট পাই-ছিলোঁ। দক্ষিণপাট সত্ৰ, কমলাবাৰী সত্ৰ আদি ঠাই ফুৰি অ'উনি

আটি সত্ত্বেও আহোঁতে ব্ৰহ্মপুত্ৰৰ নাৱৰ ঘটনা মনত পৰিলে গা শিয়ঁৰি উঠে। ১৯২৩ চনত বৰদিনৰ বন্ধত থাকপতীয়া ঘাটৰ পৰা মঙ্গলদইৰ (টেঙাবাৰীৰ ছপাইৰ মৌজাদাৰ) শ্ৰীযুত আনন্দি ধৰ চৌধুৰী মহাশয়ৰ ঘৰ পাওঁতে ৰাতি এটা বাজিছিল। সিদিনাৰ বাঘৰ প্ৰকোপৰ ঘটনা ও উল্লেখ কৰিব লগা।

আমি ঘূৰি পকি যিবোৰ অঙ্ক পালোঁ তাক ইয়াত বুজাই লিখা হৈছে। ইয়াৰ উত্তৰ, টোকা আমি নিজে নিজে কৰিছোঁ; ভুল হবও পাৰে। প্ৰকৃততে বহুত শব্দৰ অৰ্থ অঙ্কৰ উত্তৰ হোৱা নাই। আশা যেন কিতাপ পঢ়ি ৰাইজে আমাক জনায়।

পুৰণি অঙ্কৰ অস্তিত্ব সংৰক্ষণৰ একান্ত প্ৰয়োজন বুলি ভাবি আমাৰ মন ক্ৰমাৎ উজায়। কৌতুকপূৰ্ণ অঙ্ক দেখি কৌতুক হয়। সেয়ে ইয়াৰ সংগ্ৰহৰ প্ৰধান কাৰণ।

বহুখিনি অঙ্ক গাৱঁৰ বুঢ়াৰ মুখৰ পৰা শুনি লিখা হৈছে। সেয়েহে প্ৰতি লিখকৰ অঙ্ক ভাগে ভাগে আনি লগাকৈ উলিয়াব পৰা নাই। কিন্তু আমি হলে যত্ন কৰি আছোঁ। আমি অনুসন্ধানৰ দ্বাৰাই জানিব পাৰিছোঁ যে এনেকুৱা বহুত অঙ্ক সংগ্ৰহ কৰা হোৱা নাই। বহুত বাকী থকা বুলি আমাৰ বিশ্বাস। বহুত অঙ্কপুথি (অন্যান্য পুথিও) বহুতৰ চাঙত পৰি এলান্ধু লাগি নিগনিৰ আধাৰ হৈ আছে। বহুত পুথিৰ ৰাকচত শাপ সোমাই থকাও দেখা যায়। (শুকাইকুছিৰ শ্ৰীযুত মাণিক সেন চৌধুৰীৰ পুথি এখন চাওঁতে এই আচৰিত তথ্য ওলাইছিল। ইং ১৯২৪ ১লা জানুৱাৰী)

পুৰনি পুথি শিলালিপি আদিৰ তত্ত্ব অনুসন্ধানৰ বাবে এসময়ত "অসাম গবৰ্ণমেণ্টে" উপযুক্ত কৰ্ম্মচাৰী নিয়োগ কৰিছিল কিন্তু এই অঙ্কবোৰৰ নাম গোন্ধ নোহোৱাটো ভাবিব লগা কথা।

পৰমপূজ্যপাদ শ্ৰীযুত প্ৰসন্ন নাৰায়ণ চৌধুৰী মহাশয়ে এই অঙ্কৰ কথা কৈ উৎসাহ দিয়ে আৰু [ মাথিৰাঁহা গাবঁৰে ] মাননীয় ভূতপূৰ্ব্ব কাইথেলী বিদ্যাৰ বুঢ়া পণ্ডিত ( ১৯২৬ চনত মৃত্যু ) ৺ বুদ্ধি নাৰায়ণ চৌধুৰী মহাশয়ে বহুত অঙ্ক মুখেৰে কয় আৰু আথৰ শিকায়। শুকাইকুছিৰ শ্ৰীযুত ৰত্ন সেন চৌধুৰী সময়ত লগ হৈ ফুৰি সহায় কৰে। তাৰ পাছত কলিকাতাৰ শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত বিজয়ভূষণ ঘোষ চৌধুৰী [ আসাম পৰ্য্যটক ] মহাশয়ে আমাৰ কৌতুক পুথিৰ অঙ্ক দেখি অঙ্ক চৰ্চ্চাত উৎসাহ দিয়ে। তেওঁৰ প্ৰাচীন অঙ্ক সংগ্ৰহৰ আগ্ৰহত উৎসাহ লভি একেলগে ফুৰি ১৯২৫।১০ মাৰ্চ্চ [ মঙ্গলবাৰ দৌলপূজা ] সৰভোগৰ অনাৰেবল ৰায়বাহাদুৰ শ্ৰীযুক্ত ৰজনী কান্ত চৌধুৰী মহাশয়ৰ ঘৰৰ পৰা চকচকা, ৰহা ঝাউবাৰী আদিত সিদিনাই ২৭ মাইল ফুৰিছিলোঁ। [ ঝাউবাৰীৰ শ্ৰীযুক্ত গোপীমোহন গোস্বামী মহাশয়ৰ ঘৰত অসংখ্য পুৰণি পুথি আছে ] এই পৰ্য্যটক মহাশয়ে কলিকতাৰ কেজনমান সম্ভ্ৰান্ত বিদ্যানুৰাগী সদাশয় ব্যক্তিৰ লগত আমাক চিনাকী কৰিদি অনেক যত্ন কৰিছে।

ইয়াৰ পাছত ১৯২৫ চনত নগাও সাহিত্যসভাত আমাৰ অঙ্কৰ গণনা দেখুৱাবলৈ শ্ৰদ্ধাস্পদ শ্ৰীল শ্ৰীযুক্ত জ্ঞানদাভিৰাম বৰুৱা বাৰ এট্‌ ল প্ৰিন্সিপাল মহাশয়ে সুযোগ দিয়ে। আৰু আমাৰ কৌতুকপূৰ্ণ অঙ্কবোৰ মন্ত্ৰৰ নিচিনা কৰা বুলি সাহিত্য সভাৰ গণ্যমান্য বিশিষ্ট বহুত সভ্যৰ লগত চিনাকি কৰি দিয়ে। গুৱাহাটীতো এইজন সদাশয় পুৰুষে আমাক অনেক উপদেশ আৰু উৎসাহ দিছে।

গণন বিদ্যাৰ নিপুণতা দেখি [ ১৯২৫।২৮ ডিচেম্বৰ ৰাতি নগাওঁত মাননীয় সাহিত্যিক শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা আৰু মনোমতী আদিৰ লিখক প্ৰবীণ সাহিত্যিক শ্ৰীযুক্ত ৰজনীকান্ত বৰদলৈ মহাশয়ে আমাক আনন্দপূৰ্ণ উৎসাহ দিছে।

শেষত পৰমপূজ্যপাদ আসাম সাহিত্যসভাৰ ভূতপূৰ্ব্ব ঘাই সম্পাদক বৰ্ত্তমান আসাম উপত্যকাৰ স্কুল সমূহৰ ইনিস্পেক্টৰ **শ্ৰীল শ্ৰীযুক্ত শৰৎ চন্দ্ৰ গোস্বামী** মহোদয়ৰ উৎসাহ উপদেশত হে ইয়াক লিখি আসাম সাহিত্য সভালৈ পঠোৱা হয়।

যোৱা ১৯২৭।৮,৯ অক্টোবৰত গোৱালপাৰা সাহিত্য সভাৰ পৰা অঙ্কৰ গণনা দেখুৱাই ঘূৰি আহোঁতে জাহাজত বহুতৰ লগত অঙ্কৰ কথা হওঁ। মাননীয় শ্ৰীযুক্ত কালা ৰাম মেধি ই, এ, চি, মাননীয় ৰায় বাহাদুৰ শ্ৰীযুক্ত ৰাধাকান্ত সন্দিকৈ আৰু দেশহিতৈষী নেতা শ্ৰীলশ্ৰীযুক্ত নবীন চন্দ্ৰ বৰদলৈৰ নাম উল্লেখ যোগ্য। উক্ত [ বৰদলৈ ] মহাশয়ে সেই সময়ত গুৱাহাটীত নিজ ঘৰত [ ১১।১০।২৮ইং তাৰিখে ] বিচাৰ কৰি আমাক অঙ্ক কিছু দি মনত আগ্ৰহ জন্মায়। এই সময়তেই গুৱাহাটীত শ্ৰদ্ধাস্পদ কটন কলেজৰ গণিতৰ অধ্যাপক শ্ৰীযুক্ত হৰ্ষচন্দ্ৰ সেন আৰু শ্ৰীযুক্ত [illegible] দাস মহাশয়ৰ লগত অঙ্কৰ আলোচনা কৰা হয়।

আসাম সাহিত্য সভাই বহুত সময় খৰচ কৰি আমাক উৎসাহ আৰু সহায় দিছে। বিশেষকৈ সভাৰ সম্পাদক মাননীয় শ্ৰীযুক্ত পূৰ্ণানন্দ শৰ্ম্মা আৰু পূজনীয় শ্ৰীযুক্ত হৰিনাৰায়ণ দত্ত বৰুৱা মহাশয়ৰ পৰা আমি বহুত প্ৰেৰণা পাইছোঁ।

এইদৰে নানা প্ৰকাৰে আমি অনেকৰ সহায় পাইছোঁ। মুঠতে উপৰত লিখা সদাশয় মহাশয় সকলৰ পৰা যথেষ্ট সহায় পাইছোঁ। এই বাবে এই সকলোৰে ওচৰত কৃতজ্ঞতা প্ৰকাশ কৰিছোঁ আৰু আমি দিয়া দুখ বেজাৰৰ বাবে ক্ষমা খুজিছোঁ।

পুনঃ ৭।৩।৩০ তাং পৰা ক্ৰমাৎ গোৱালপাৰা, শালকোচা, বিলাসীপাৰা, বৰপেটা, গুৱাহাটী, তেজপুৰ, জামুগুৰি, যোৰহাট আদিত দুমাহ ভ্ৰমণ কৰা হয়। এইবেলি নানা ঠাইত হাইস্কুল, নৰ্ম্মাল স্কুল, সাহিত্য সভা হলত আমাৰ 'কৌতুক' অঙ্ক দেখুৱা হয়। কাইথেলো অঙ্ক ২।১টা দেখি পুনঃ সাহিত্য সভাৰ কাৰ্য্যনিৰ্ব্বাহক সভাই ২৭।৪।৩০ তাং অঙ্ক অনুসন্ধানৰ অৰ্থে ২০০ টকা লৈকে মঞ্জুৰ কৰিছে। আমাৰ আশা ৰাইজৰ উৎসাহত আমিও উৎসাহ পাম।

বিনীত—

**শ্ৰীদণ্ডীৰাম দত্ত।**

# কাইথেলী অঙ্ক পুথি সম্বন্ধে মন্তব্য।

## আসাম সাহিত্য সভা

যোৰহাট ২৯।১১।২৬ সোমবাৰ।

( কাৰ্য্যনিৰ্ব্বাহক সভাৰ ২য় অধিবেশন )

[ ৮ ]

\+ + + + + +

কাইথেলী অক্ষৰাৱলীৰ সম্পৰ্কে ছাব কমিটিৰ মত পাঠ কৰা হ'ল। এই পুথি ভালদৰে সম্পাদন কৰি উলিয়ালে অসমীয়াৰ এটা উত্তম সম্পদ হ'ব বুলি এই সভাই বিশ্বাস কৰে। এই পুথিখন সকলো প্ৰকাৰে সম্পূৰ্ণ কৰি সম্পাদন কৰি দিবলৈ সংগ্ৰাহক শ্ৰীযুক্ত দণ্ডীৰাম দত্তলৈ পঠোৱা হওক।

\+ + + + + +

| | |
|---|---|
| স্বাক্ষৰ--- | স্বাক্ষৰ--- |
| শ্ৰীশৰৎচন্দ্ৰ গোস্বামী | শ্ৰীযোগেন্দ্ৰনাথ বৰুৱা |
| প্ৰধান সম্পাদক ২৯.১১.২৬ | সভাপতি। |

## একাদশ বছৰৰ দ্বিতীয় অধিবেশন।

শনিবাৰ, ১০ আঘোন ১৮৪৯ শঁক,

২৬।১১।২৭ ইং

\+ + + +

৩। কাইথেলী অঙ্ক পুথিৰ সম্পৰ্কে পৰীক্ষক সকলৰ ৰেপট পাঠ কৰা হল। আৰু সৰ্ব্ব সম্মতি ক্রমে উক্ত পুথি সংগ্রহ কৰ্ত্তাক ১০০ এশ টকা দি পুথি প্রকাশৰ সম্পৰ্কে সহায় কৰিবলৈ স্থিৰ কৰা হ'ল। + + +

| | |
|---|---|
| স্বাক্ষৰ— | স্বাক্ষৰ— |
| শ্রীপূর্ণানন্দ শৰ্ম্মা | শ্রীৰাধাকান্ত সন্দিকৈ |
| প্রধান সম্পাদক। | সভাপতি |
| ১০ আঘোন, ১৮৪৯ শক। | ২৬।১২।২৭ |

"কাইথেলী অঙ্কা"ভিধেয়া পুস্তিকেয়ং শ্রীযুক্ত দণ্ডী ৰাম দত্ত মহাশয়েন সম্পাদিতা। ইয়ং হি পুস্তিকা আসাম সাহিত্য সভা পক্ষতঃ সমাদৃতা, আসামবাসিনাং প্রাচিনা-মূল্য-দুর্লভ-সম্পত্তিৰিয়ং সম্পাদক মহাশয়েন যত্নতঃ সংগৃহিতেতি বিশ্বস্যাচ। বয়মপস্যা আলোচনায়া স্প্রীতাস্মঃ। সংস্কৃতবিদ্যালয়েষস্যা বহুলপ্রচাৰাৎ সংস্কৃত ছাত্ৰানামুন্নতিৰবশ্যম্ভাবিণীতিশম্ ॥

স্বাক্ষৰ { ৺বিশ্বেশ্বৰ বৰদাশ্ৰম বিদ্যালয়াধ্যাপক শ্রীৰজত চন্দ্ৰ স্মৃতিশাস্ত্ৰি ব্যাকৰণ তীৰ্থস্য ১৮৫১ এতচ্ছকাব্দীয় পৌষস্য দ্বিতীয়াদিবসীয়া-লিপিৰিয়মিতি।

# পুৰস্কাৰৰ সংক্ষিপ্ত বিবৰণ।

"কাইথেলী অঙ্কাৱলীৰ" সংগ্ৰাহক **শ্ৰীযুক্ত দণ্ডীৰাম দত্ত মহাশয়ে** কাইথেলা অঙ্কনো কি আৰু কেনেকৈ সংগ্ৰহ কৰা হ'ল তাৰ বিস্তৃত বিবৰণ পাতনিত দিছে। অঙ্ক বিলাকৰ পৰা আগৰ দিনত অসমীয়া কায়স্থ সকলৰ ভিতৰত গণন বিদ্যাৰ চৰ্চ্চা কেনে চমৎকাৰ আছিল তাক বেচকৈ অনুমান কৰিব পাৰি। "লীলাৱতী" শুভঙ্কৰী আদি গণিত পুথিত থকা প্ৰণালী সৈতে এই কাইথেলী অঙ্কৰ প্ৰণালীও প্ৰায় মিলে। সংগ্ৰাহকে অহো পুৰুষাৰ্থ কৰি অনেক ঠাইত ফুৰি এই পুৰণি কলীয়া লোপ পাব লগীয়া গনন বিদ্যাৰ চানেকি উদ্ধাৰ কৰি অসমীয়াৰ প্ৰাচীন গৌৰৱৰ নিদৰ্শন এটি ৰক্ষা কৰিছে। সেইবাবে **তেওঁ সদৌ অসমীয়া ৰাইজৰ ধন্যবাদৰ পাত্ৰ।** স্বদেশৰ প্ৰাচীন লুপ্ত বস্তু উদ্ধাৰ আৰু ৰক্ষাৰ সম্পৰ্কে "দত্ত" মহাশয়ৰ এই উদ্যম নিশ্চয় প্ৰশংসনীয়।

২। সংগ্ৰাহকে এই পুথিখনি হাতে লিখা অৱস্থাতে উপদেশ আৰু সাহায্য পাবৰ আশাৰে আসাম সাহিত্য সভালৈ পঠাইছিল। কাৰ্য্য-নিৰ্ব্বাহক সভাই পুথি খনি চাবৰ নিমিত্তে তিনিজন সভ্যেৰে পৰীক্ষক সমিতি নিযুক্ত কৰি দিছিল। উক্ত সমিতিৰ মন্তব্য অনুসৰি এই পুথিখনি অসমীয়াৰ প্ৰাচীন গৌৰৱৰ চিন স্বৰূপে প্ৰকাশিত হোৱা উচিত বুলি কাৰ্য্য নিৰ্ব্বাহক সভাই মীমাংসা কৰে; আৰু পুথি খনি প্ৰকাশ যোগ্য কৰি সুশৃঙ্খলাকৈ সজাই দিবলৈ সংগ্ৰাহকলৈ ওভোতাই পঠাবলৈ আদেশ কৰে।

কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ উপদেশ মতে সংগ্ৰাহকে সম্পূৰ্ণকৈ সম্পাদন কৰি দিয়াৰ পিচত পূৰ্ব্ব নিযুক্ত সমিতিৰ সভ্যসকলকে কিতাপখনি পুনৰ

চাই দিবলৈ ভাৰ দিয়া হয়; আৰু তেওঁলোকৰ মন্তব্য অনুসৰি "কাইথেলী অক্ষাৱলী" ছপা কৰি ৰাইজৰ মাজত প্ৰকাশ কৰিবৰ নিমিত্তে সংগ্ৰাহকক সাহায্য স্বৰূপে ১০০ এশ **টকা পুৰস্কাৰ দিয়া হয়।** এই পুথিয়ে ৰাইজৰ পৰা যথোচিত সমাদৰ পাব বুলি কাৰ্য্য নিৰ্ব্বাহক সভাই আশা কৰিছে।

**চন্দ্ৰকান্ত সন্দিকৈ হল**
যোৰহাট
১ আঘোন, ১৮৫১ শক
ইং ২৭।১১।২৯

স্বাক্ষৰ—**শ্ৰীপূৰ্ণানন্দ শৰ্ম্মা**
প্ৰধান সম্পাদক
আসাম সাহিত্য সভা, যোৰহাট।

# সূচীপত্র।



(I) * ১ শুভঙ্কৰ কায়স্থঃ—এওঁ বহুত অঙ্ক ৰচনা কৰে। শুভঙ্কৰী মৌখিক গণনাও এওঁৰে ৰচিত। এওঁৰ ঘৰ কামৰূপৰ ধৰ্ম্মপুৰ মৌজাৰ অন্তৰ্গত চামটা গাৱঁত আছিল। চামটাৰ বৰ্ত্তমান মজুমদাৰ বংশৰ উপৰি পুৰুষ। এই কথা প্ৰাচ্য বিদ্যামহাৰ্ণব শ্ৰীল শ্ৰীযুক্ত নগেন্দ্ৰনাথ বসু মহাশয়ে কয়। আমাৰ অনুমানত ই সঁচা বুলি ধৰা ন পৰিল।

(II) চূড়ামণিঃ—একে নামৰ দুজন পণ্ডিত। এজন চণ্ডীবৰ ভূঞাৰ বংশৰ। বৰদোৱাত ঘৰ থকাৰ প্ৰমাণ আছে।

(III) দুৰ্গাবৰ বা দুৰ্গাবৰী কায়স্থই গীতি কাব্যত লিখা দুৰ্গাবৰী পুথি কামৰূপত আজিও প্ৰচলিত। এওঁৰ ঘৰ হাজো, মনাহ কুছিৰ ওচৰত আছিল।

(iv) কাইথেলী "থ" হে যদিও এই পুথিত "ঠ" আছে।

(v) হৃদয়ানন্দ ধৰ্ম্মপুৰ মৌজাৰ বৰি গাৱঁৰ শ্ৰীযুত ধনীৰাম দত্ত মহাশয়ৰ উপৰি পুৰুষ।

# সাঙ্কেতিক চিহ্ন।

| | | | |
|---|---|---|---|
| ১। (১) | শশী, চন্দ্ৰ, নিশাপতি, মহী | ... | ১—১ |
| (২) | নেত্ৰ, ভুজ, কৰ, পাখা | ... | ২—২ |
| (৩) | ৰাম, বহ্নি | ... | ৩—৩ |
| (৪) | বেদ, যুগ | ... | ৪—৪ |
| (৫) | বাণ | ... | ৫—৫ |
| (৬) | ৰস, ঋতু, বিত্ত | ... | ৬—৬ |
| (৭) | সমুদ্ৰ, মুনি | ... | ৭—৭ |
| (৮) | বসু, নাগ | ... | ৮—৮ |
| (৯) | গ্ৰহ | ... | ৯—৯ |
| (১০) | দিশ, লোকপাল | ... | ১০—১০ |
| (১১) | ৰুদ্ৰ | ... | ১১—১১ |
| (১২) | আদিত্য | ... | ১২—১২ |
| (১৩) | ভুবন | ... | ১৪—১৪ |
| (১৪) | গগণ, আকাশ | ... | ০—০ |

| | | | |
|---|---|---|---|
| (I) বুন্দা | (শূন্য) | (X) দুইপাখা | (বাইশ) |
| (II) কণ্ঠী বা কণ্ঠ | (ক্ৰান্তি) | (XI) চটা | (ডোখৰ, খণ্ড) |
| (III) বং | (কৰা) | (XII) আউৰ | (আৰু) |
| (IV) বেঞ্জ | (টাৰ) | (XIII) বেওৰ | (এৰাব) |
| (V) একুন | (এক) | (XIV) দুবা | (দুই) দুবাৰ |
| (VI) কেকৰ | (কেৰেলা) | (XV) হুৰা | (ন) |
| (VII) তেকৰ | (তিনি কৰা) | (XVI) লাগি | (লৈ) |
| (VIII) উণ | (কম) | (XVII) হেঠৈৰ | সিমান |
| (IX) মাধৱীমাস | (চত-বহাগ) | | |



# কাইতৈলী অঙ্ক।





## —প্ৰথম অধ্যায়—



### সৰস্বতী বন্দনা।

সৰস্বতী সৰস্বতী মহাভাগ্যে দেবী।
বিদ্যা বাগীশ্বৰী নীলবৰ্ণে কুণ্ডল কৰ্ণে,
আনে বোলে সৰস্বতী আমি বোলোঁ আই।
যিবা খিনি পাহৰো আই দিবা সোঁৱৰাই ॥
মাৰিলোঁ ফোট, লাগিল গাঁঠি।
আই সৰস্বতী থাক কণ্ঠত উঠি ॥
কণ্ঠত থাকি কৰিবা হিত।
আমাক কৰিবা ৰাজ্ পণ্ডিত ॥

—০:*:০—

# কলমৰ উৎপত্তি ।

( ১ )

কৈলাশ শিখৰে কলমৰ উৎপত্তি ।
মনুষ্যক লই নমাইলা মাৱ সৰস্বতী ॥
খঞ্জঙ্গ ভুজঙ্গ যেই অঙ্গজ সমান ।
বিপৰীত দেখোঁ তাৰ জিহ্বা দুই খান ॥
চলিব নোৱাৰে সি নাহি তাৰ বল ।
পৰহস্তে থাকি সিটো মাৰে বজ্রসৰ ।
কালি দেৱালিত থাকি দেখোঁ ছায়া মায়া ।
বিপৰীত দেখোঁ তাৰ অদ্ভুত কায়া ॥
ৰাজ সমাজত থাকি যিটো কৰ্ম্ম কৰে ।
সি কাৰণে কলম ভৈলা কৰ্ণৰ উপৰে ॥

( ২ )

কৰ্ণোপৰে বসতি সদায় হয় তাৰ ।
ভাল-মন্দ সবাকাৰ কৰয় বিচাৰ ॥
বিচাৰ কৰিয়া কিন্তু ৰহে মৌন খালি ।
পুৰস্কাৰৰ মধ্যে তাৰ মুখে দিয়ে কালি ॥

( ৩ )

নোহে সৰ্পৰাজ গৰ্ত্তত শয়ন ।
সঘনে চলে দক্ষিণে গমন ॥

নাহিকে ৰস দীঘল ঠোট।
মাংস নাহিকে হাৰ গোট॥
নংৰে আহাৰ সঘনে চলে।
সকল লোকে তাকে পূজা কৰে।

( ৪ )

দুই জিহ্বা কিন্তু নোহে সৰ্পিনী।
পঞ্চ ভ্ৰাতা কিন্তু নোহে পাঞ্চালী।
কৃষ্ণ সাগৰে কিন্তু পিয়ে পানী।

( ৫ )

এক মুখ দুই জিহ্বা কালকূট খায়।
খৰতৰ বেগে চলে দূৰকো নাযায়॥

( ৬ )

জ্যোতিষ যে আক চূড়ামণি কহে।
বাকে ক সবোক প্ৰতি কায় সকলে।
নিন্দা নকৰিবা মহামূঢ় অজ্ঞমতি।
শংকৰ সদৃশ তোবাৰ চৰি
পাপ দিয়া মোৰ মতি, মনক লগক।
ইয়াক কৰিলো বালক সংগে সঙ্গতি।
প্ৰথম কালত নানা মত বিদ্যা।
মধ্যম কালে ধন উপাৰ্জ্জন।

তৃতীয় কাল'ত পুণ্য যে সর্ব্বস্ব
কহি আছে সর্ব্বজন
হেন জানি যত্নে সন্ত উপদেশে
সাধুত পিৰিতি কৰি,
সংসাৰ নিকাৰ এৰাইবাহা ভেবে
ডাকি বোলা হৰি হৰি !!

—০:*:০—



শ্রীকৃষ্ণায় নমঃ ॥

# —দ্বিতীয় অধ্যায়—

আৰম্ভণ।

চুৰামণি।

জয় জয় অনাদি ঈশ্বৰ ভগবন্ত।
জয় জয় ব্ৰহ্মা।বিষ্ণু মহেশ অনন্ত ॥
হেনয় কৃষ্ণক কৰোঁ প্ৰণতি সৰ্ব্বথা।
বিৰচিলা চুড়ামণি কিতাপৰ কথা ॥
অগাধ শাস্ত্ৰৰ কথা বুজিব নোৱাৰি ;
মহেশৰ আগে পূৰ্ব্বে ক'হ আছে হৰি।
পৰম গোপনি শাস্ত্ৰ মধ্যৰ কথাটি।
শুনিলোৱা কায়স্থৰ বুদ্ধিৰেই আটি ॥
ইটো শাস্ত্ৰ কথা কেৱে নজানন্ত আনে।
কেৱল সহজে মাত্ৰ জানে মহাদেৱে ॥
ইক্ষাকু কুৰু আদি কৰি যত ৰজা ভৈলা।
ইটো শাস্ত্ৰ তাৰা সবে বিচাৰিবে লৈলা ॥
ৰন্ধন আনন্দ সবে কিছু ধন পাইলা।
তাৰা সবে আনি তাক প্ৰচাৰ কৰিলা ॥

ভাক দেখি অজ্ঞে পদ কৰিবাক চাওঁ।
অভয় চৰণে যদি আজ্ঞা কিছু পাওঁ ॥
তুমি পূর্ব্বে সৰস্বতী মাতৃক যে জানিলা।
জ্ঞান চক্ষে তাৰা সবে হাতে প্ৰকাশিলা ॥
লক্ষ্মী মাতৃ বিষ্ণুগণে তুষ্ট কৰিলন্ত।
সেই কাৰণে তাৰা দেৱ পুজনী ভৈলন্ত ॥
সৰস্বতী মাতৃক যে নমস্কাৰ কৰি।
আৰম্ভিলোঁ পদ গুৰু আজ্ঞা শিৰে ধৰি ॥
পূর্ব্ব হৈতে মহাজনে অঙ্ক নিবন্ধয়।
পদবন্ধে জ্যোতিষক চুড়ামণি কয় ॥
নধৰিবা দোষ আত কায়স্থ সকলে।
ক্ষুদ্ৰ ক্ষুদ্ৰ অঙ্ক কিছু তুলিছোঁ অকলে ॥

( ১ )

এক বিদ্যালয়ে কিছু আছিলেক ছাত্ৰ।
শুনি চাহে ইসব বিদ্যাত নোহে পাত্ৰ ॥
তথাপিতো গুৰুৰ যে আজ্ঞা কিছু পাইলা।
ইটো শাস্ত্ৰ খানক যে চাইবাক লৈলা ॥
সৰস্বতী মাতৃক যে নমস্কাৰ কৰি।
আৰম্ভিলা পদ গুৰু আজ্ঞা শিৰে ধৰি ॥
এক গুৰুঃ প্ৰথমঃ নাম।
দ্বিতীয়ে দশম তথা।

তৃতীয়ে শতকঞ্চৈব ।
চতুর্থে সহস্র বুর্ব্বিতঃ ।
পঞ্চমে অযুতো নাম ।
ষষ্ঠে লক্ষ মুদা হৃতং ।
সপ্তমে নিযুতো নাম ।
অষ্টমে কোটি মুচ্যতে ।
নবমে অর্ব্বুদং নাম ।
দশমোনর্ব্বুদ স্তথা ।
থর্ব্বে একাদশো নাম ।
মহাথর্ব্বে চ দ্বাদশঃ ।
বৃন্দ ত্রয়োদশো নাম ।
মহাবৃন্দ চতুর্দ্দশঃ ।
মহাপদ্মঞ্চ ষোড়ষঃ ।
শঙ্খ সপ্তদশো নাম ।
মহাশঙ্খ অষ্টাদশঃ ।
অক্ষৌহিন্যানবিংশতিঃ
মহা অক্ষৌহিনী বিংশতিরেবচ ।
ধূলিঃ বিংশতিরেকাধিকঃ ।
দ্বাবিংশতিঃ মহাধূলিঃ ।
ত্রিবিংশতিঃ সনাকিনি ।
চতুর্ব্বিংশতিঃ বদাকিনি ।
পঞ্চবিংশতিঃ সাগরখ্যাত ।
ষড়্বিংশতিঃ মহাসাগরঃ ।
ব্রহ্মগুণ্যা সপ্তবিংশত্যা ।

ত্রি পঞ্চবিংশতিতালকঃ।
উনত্রিংশবিশতি-তালক ভ:বেৎ।
আতঃপৰে আৰ অপৰ অঙ্ক বৰ্ত্ততে।
ইতি অঙ্ক গণিতা আৰ্য্যা সমাপ্ত॥

( ২ )

মনুষ্য পীড়া শস্যা হানি কৰোঁতে ভুমি কম্পৰ বচন।

মিনে কুলীৰে, মকৰে চ কুম্ভে,
সিংহে তুলায়াং, মিথুনে চ কন্যে
কুম্ভ ধনুকন্যা, পয়ো ধৰিত্রে
মেষে, বৃষে চ গজা চলন্তি।
কম্পপ চলতি মৃত্যু দুৰ্ভিক্ষ
মন্মথ পৰনাগ, কুশল সৰ্ব্বজন্তুনাম্
পৃথিবীঞ্চ গজে সোঽপি, ৰবি সম,
কুজবাৰে, ভুমিকম্প যদি স্যতে।
তদনুত্তৰ খৰ প্ৰমাণ॥

( ৩ )

দীৰ্ঘে দ্বাদশ আঙ্গুলি
প্ৰস্থে অষ্টাঙ্গুলক যে পৰিমাণ বুজি
কদাচিতো ৰব যি জনে কৰয়।
প্ৰস্থৰ যে দেৰি দীৰ্ঘে জানিবা নিশ্চয়।

মোহল বিবৰণ কথা শুন দিয়া মন।
প্ৰবন্ধিয়া কাগজত লিখিব যতন।

( ৪ )

যি দিশত কৰে যিবা মহল বসতি।
কহে সভাষদ সবে শুনা একমতি॥
ওঁৰথ ভাঙ্গিয়া চাৰি ভাগ কৰিবেক।
বামে তিনি ভাগক সুকৰে লিখিবেক॥
পুস্তুৰূপি আদি ভাগ কৰি চাৰিখান।
বামে এক ভাগ চাৰি হৰকৰ স্থান॥
দুইভাগ চাৰিয়া তথা দকাতৰ গতি।
ত্ৰিভাগ চাৰিয়া হবে কৰত বসতি॥
মধ্যে দুই ভাগ জানা ব্ৰেন্তে হবে স্থিতি।
তাৰ মধ্যে দুই ভাগ কেদাৰ যে কয়।
চোট বৰ কেদাৰ কেদাৰ দুই হয়॥
ওৰথৰ অৰ্দ্ধভাগে জিল্লা কৰে গতি।
জিল্লাৰ অৰ্দ্ধেক ভাগে ৰেকনাৰ স্থিতি॥
তদৰ্দ্ধ ভাগ নিম ৰেকলা চলয়।
তাৰম পচল জানা হেঙ্কনা দুতয়।
এহি সব মোহল লিখিবা কিতাপত।
প্ৰস্থে প্ৰস্থে কাগজ চয় হোৱয় ৰেকত॥

( ৪ )

[ পিয়লৰ আৰ্য্যা ]

দীৰ্ঘৰ অঙ্কত প্ৰস্থে পূৰি ।
উভয় অঙ্কক একুন কৰি ॥
দুখানি মুচিলে ৰহে যত ।
সেইখানি কালি পৰম তত্ত্ব ॥
কালি প্ৰতি কাণি কৰি জ্ঞান ।
চাৰি কাণি এক কঠাৰ প্ৰমাণ ॥
চাৰি কঠায় এক দোন ।
কুৰি দোনে বিশিৰ পোণ ॥
ছয় দোন এক কঠায় ভেকে হয় ।
তিনি বিশি আঢ়ৈ দোন হাজাৰে কয় ॥
যোল্ল বিশি কোঠৰ লয় ।
ভাবিয়া দেখ নাহি সংশয় ॥
ৰঘুনন্দনৰ বোল খানি নকৰিবা হেলা ।
চৌকন্টিয়া কৰা নৈবা প্ৰস্তাবৰ বেলা ॥
দীৰ্ঘ প্ৰস্থৰ গজকে পূৰি ।
উভয় অঙ্কক একুন কৰি ॥
দুখানি ত্যজিলে ৰহে যত ।
সেইখানি কালি পৰম তত্ত্ব ॥
যেই কাণি সেই পোণ ।
চাৰি কাণি কঠা, চাৰি কঠায় দোন ॥

কুবি দোনে হয় বিশি।

ষোল বিশি কোঠ জমি লৈবা কসি ॥

ভাঙনী :—দীর্ঘে প্রস্থে ১০০শ ১০০শ পূবিলে ১০০০০ হব। ইয়াবে দুই ভাগ ত্যজিলে অর্থাৎ একক, দশক সংখ্যা এবিলে ১০০ কালি থাকিব। কালি প্রতি কানি দবে, ছয় দোন কঠা জমি হয়। এব কুবি দোনে বিশি। যি পোণ সি বিশি। এক কোঠ এক বিশি এক দোন এক কঠা এক কালি তিনি মুঠা।

পিয়লব আর্য্যা সম্পূর্ণ ॥

( ৫ )

দীর্ঘে প্রস্থে পূবিবা চাণ্ড।

শেষ দুই ভাগ কবিবা খণ্ড ॥

খণ্ড ভাগে লেচা জ্ঞান।

পণ্ডিত লেচায় কঠাব মান ॥

একুশ অঙ্কব দোনে পূবি।

চাবি দোনে পুবা ধবি ॥

চাবি কঠায় হবে দোন।

পুবণি অঙ্কব এহি গুণ ॥

পুবাব জমা দোখানাব চাল।

কহে চামবায়বাজ পিয়াল

পূর্ব্বদেশীয় পিয়লব আর্য্যা সম্পূর্ণ

( ৬ )

চোৱাল্লিশ চোৱাল্লিশ দিয়া মাথে ।
চোৱা চৌত্রিশ দিয়া তাতে ॥
কি খৰি গনি লিখা হে নাথ ।
পোন্ধৰশ বাইশ শূন্য সাত ॥
সপ্ত শূন্য পাখা পাখা ।
বাণ চন্দ্রে কৰিবা লেখা ॥
ঘোঁৰাৰ পৃষ্ঠে দিয়া ৰাম ।
অষ্ঠ কঠাৰ এহি নাম ॥
পাতনি অঙ্ক ১৫২২০৭ ।
মূল অঙ্ক ৭৩ ।

৭। যোল্লশ বাইশ শূন্য চয় ।
যোল্ল দিয়া পূৰিবি তই ।
পূৰিয়া অঙ্ক দেখি নিশঙ্ক ।

৮। [ দশাংশ পাতনি অঙ্ক ]
দোৱা সব নোৱা সব
দোবা নোয়া ৰস।
চাৰি কাত্তণ চাৰি পোণ ।
আক গণ্ডা দশ ॥ পাতনি অঙ্ক ॥
২৫৯৫২৯৬, মূল অঙ্ক ৪।১০ ।

৯। ৰাম বাণ বাণ বাণ ভুজ।
দশাংশৰ ঘৰ অঙ্কে অষ্ট কঠা আন।
অষ্ট কঠাৰ অঙ্কে দশাংশয় আন।

১০। পোন্ধৰশ বাইশ শূন্য সাত
নেত্রে দি পূৰিবা তাত
বৃদ্ধ অঙ্গুষ্ঠি— ইহাকে বলে
পাতনি অঙ্ক কহে ৰবকুলে।

১১। পাতনি অঙ্ক ৪৫৬৬২১, মূলঅঙ্ক
২৪'৴৬॥৵ ॥
যুগবান ৰস ৰস কৰ শচীখণ্ডা
ভুজ যুগ বান পোণ ৰস গণ্ডা
দুই বৎ দুই কঠ ভাগৰ শেষ
এহি নিয়মে বৃদ্ধ অঙ্গুষ্ঠি প্ৰবেশ

১২। ১৫৮০২৪৬৯.২।
শশী, কামবাণ, অষ্টবসু শূন্য, কৰ, বেদ ৰস
নবগ্ৰহ, শশী, কষ নিষঙ্ক পৰিজান।
নিষঙ্ক পঢ়লে বুদ্ধি বাঢ়ে অনুপম।
কায়স্থ ৰবকুলে কয় ভাগৰ নিৰ্ণয়।
এক পোণ দশ বতে পিণ্ডক পূজয়।

১৩। ২৩৭০৩৭০৩৬৮, ভুজভৱ, নেত্ৰ
সপ্তশূন্য কাম, সপ্তশূন্য বহ্নি, ৰস, বসু আন
ই অঙ্কক বুলি উভয় খৰিনাম।
কায়স্থ ৰাঘৱে কয় ভাগৰ নিৰ্ণয়

পোঙ্কৰ গণ্ডাই অঙ্ক পূৰিবা নিশ্চয় ।
যদিবে ভাই তুমি চাহা প্ৰতিকাৰ ।
ভেটি খানি লোৱা চলা কায়স্থ দুৱাৰ ।
ভেটি খানি লোৱা তুমি কায়স্থ দুৱাৰে ।
ভাল মাত পিৰিতি কৰিও বাৰম্বাৰে ।
বস্ত্ৰ কৰ কৰনিও সধকৰ কষি
টঙ্কা মন্ত্ৰে বিষ ঝাৰিবাক পাৰি
হৰবিষহৰ । কিতাপত দিলে বিষ নহৈবেক আৰ
আকে জানি ভায়াৰে কায়স্থক নকৰিয়ো বৈৰী ।
মাৰিতে জীয়াইবে পাৰে যেন ধনন্তৰী ।
কায়স্থৰ গুণ নাম দাতা ধৰ্ম্মৰাজ ।
বসি ঠাকুৰাণী কৰে দিব্য সভামাঝ ।
কলম নামে একবাৰ পৃথিবীৰ সুত ।
অদ্ভুত আচাৰ সিটো ভুঞ্জে কলিদূত ।
পশু নুই পক্ষা নুই অৰন্যত উৎপত্তি
ইহাৰ নিমিত্তে কায়স্থৰ সম্পতি ।
নুহি বিহঙ্গম দাঘল ঠোট ।
মাংস বৰ্জিত শৰীৰ গোট ।
নুহি সৰ্প গৰ্ত্তে শয়ন ।
সদায় কৰে দক্ষিণ গমন ॥
পাঙ্কপতি ন পাঙ্কা ন ।
দ্বৌ জিহ্বা ন চ সৰ্পিণী ॥
কৃষ্ণাবক্ৰা ন চ মাৰ্য্যাৰি ।
জি জানন্তি সে পণ্ডিতা ॥

১৪। এক গৃহস্থৰ বেঙেনা বাৰী।
বেঙেনা আছে লক্ষ শাৰী॥
শাৰীত আছে অযুত ডাল।
ছয় ছয় বুৰী লাগে ডাল॥
বেঙেনা বেচে ছয় ছয় বুৰী।
বুজিও কায়স্থ পাতিয়া খৰি,
কতনা বেঙনা কতেক কৰি॥

উত্তৰ ১২০০০,০০০,০০০,০টা বেঙেনা,
আৰু ৭২০০০৫০০০০০০ কৰি।

১৫। এক শিমলিৰ নব ডাল।
একো ডালত নব নব পক্ষী,
নব নব পক্ষীৰ নব নব বাহা
নব নব বাহাত নব নব ডিমা॥
নব নব ডিমাত নব নব চাঁও।
বুজিও কায়স্থ কতনা পাও॥

উত্তৰ ৫৯১ ... ছানা।

১৬। নব সেৰকৈ হটাৰ থান।
নব লাখ হটা দোল প্ৰমাণ॥
মাসেশ্বসে মাহা খাই।
সেই হটা কত দিনে যায় ক্ষয়॥

১৭। এক ৰতি সিন্দুৰে ন জনীক আতে।
ন মোন সিন্দুৰে কত জনাক বাতে।

কহিও কায়স্থ সব কিতাপত চাই।
কতেক যে তিৰি ভৈলা দিওক বুজায়।

**ভাঙনী :—**তাহাব ভাঙনী কথা শুনা মহাশয়।
চল্লিশ সেৰে মোণ জানিবা নিশ্চয়।
সেহি চল্লিশক ন দিয়া পূৰি।
সেৰক বুজিবা তাতে কহো নিশু কৰি।
বত্রিশ অধিক চাৰি শত জানিওক।
আশী দিয়া পূৰি তাকে তোলা কৰিওক
ছিয়ান্নবৈ পূৰি পুনঃ ৰতি বুজিওক।
ন দিয়া পূৰি লিখি কন্যাক লওক।
ইটো কথা এহিমানে সংহৰিয়া থওঁ।
শুনা পাছে যেন ভৈল তাৰ কথা কওঁ।

**উত্তৰ :—**২৪৮৮৩২০০ তিৰি। ( বকুল )

১৮। গোবিন্দ সেবিবে মনে কন্যাগণ গৈলা
পৰম আনন্দে গৈয়া নিকট চাপিলা।
স্তুতি স্তোত্র কৰি, সবে কৃষ্ণক ভজিল
স্তুতিত সন্তুষ্ট হুইয়া বস্ত্র এক দিলা।
সেই বস্ত্র কন্যাগণে চৌপাশে ধৰিলা।
চাচাৰি আঙুল বস্ত্র সবেও লভিলা।
গৃহে গৈয়া কন্যাগণে বাতিয়া লৈলন্ত।
প্রস্থে দুই হস্ত দীৰ্ঘে আঠ হস্ত পাইলন্ত
শুনিও কায়স্থ সব স্থিৰ কৰি মন।
কত কন্যা কত বস্ত্র কহিও যতন।

ভাঙনী :—২৪ আঙুলে হাত জানিবা নিশ্চয়।
৩৬ কন্যা আনা হাতত হোবয় ॥
ষোড়শ হাতক সেই ৩৬বে পূবি।
কায়স্থ বোলয় কণ্যা বুজ শীঘ্র কবি ॥
পাঞ্চশত ছয়সত্তবি কণ্যা বুজিওক।
কন্যাব প্রমাণ সেই বস্ত্রত লওক ॥

উত্তব :—৫৭৬ কন্যা।
বস্ত্র ভুজ দিয়া কবিব গুণন।
তাত চতুর্বিংশে পূবিয়া আনা ॥
বেদে হবিবা আনিয়া মধ্যা।
এহি অঙ্কে কন্যা বস্ত্র পথা ॥

১৯। সাত পঞ্চাশ তাল
তিনি চোব টেণ্টোবাল
আড়ে, দেব, দেবব আধা।
ডাকে বোলে গুছিল ধাণ্ডা ॥

ব্যাখ্যা—বিষম পঞ্চকব কথা সোধে যিবা নবে।
সম বিষম একুন কবিয়া সংজ্ঞাক হবে ॥
হবিলে বিমান লবধত বহি আছয়।
ভাগে ভাগে পূবি লৈবা নাহিকে সংশয় ॥

২০। সাতশ ছাপন্ন হস্তীব পাল।
দ্বাদশ পর্ব্বতে চলে সর্ব্বকাল ॥
নব পুষ্কবিণীত পিয়ে পানী।
সপ্ত স্তম্ভে ধিব কবি ধবণী ॥

সম করি সম করি সম করি জান ।
কহে কত হস্তী করপ্র মাণ ॥
কহিয়ো কায়স্থ সব কিতাপত চাই ।
দ্বাদশ পর্ব্বতে হস্তী কতেক চরয় ॥
নব সমুদ্রত পানী কতেক যে খায় ।
সাত গোটা স্তম্ভত হস্তী কতেক বান্ধয় ॥

ব্যক্তার্থ :—৬৩ ষাঠি তেষষ্ঠি শস্তে জানি ।
৮৪ আছি চৌরাশী পিয়ে পানী ॥
১০৮ অষ্টত্তর শতস্তম্ভে বান্ধা ।
ডাকে বোলে গুচিল ধান্দা ॥

২১ । এক যূথগারি ত্রিপস্থ গামিনী ।
সপ্ত সমুদ্রে পিয়ে পানী ॥
ষড় ছায়া বিশ্রাম বিরা ।
দ্বাদশ গোপে দোহন্ত খিরা ।

ব্যক্তার্থ :— যূথমিলা অঙ্ক পুছে যিবা জনে ।
আগু হস্তে ভাগে ভাগে লৈব পূরণে ॥
অন্তে যি হয়, যূথ জানিবা নিশ্চয় ।
ভাগে প্রতি হরিলে সম হয়, নাহিকে সংশয় ॥

২২ । ত্রিভি পারাবত-পঙ্ক, সপ্তভি সপ্তসারসা ।
সপ্তাভনরহক্ষানি, নরভি হিভি নউর ।
রাজপুত্র বিমোদন । সান্তশত মানসা ॥

ব্যক্ত অর্থ :—মধ্য দিয়া তে ৪।৫ পা ৪ চা ।
ভাঙ্গি ফেলায়ো কাচাফুচা ॥

*[ ( মজার অঙ্ক ) ]*

২৩। একে কিনে তিনি মিন্।
তিনি কিনে পঞ্চ হরিণ ॥
পাঁচে কিনে সাত ছাগ।
সাতে কিনে এক বাঘ ॥
রূপ দিলা এক শত।
তার সংখ্যা কহিওক ॥

ভাঙনী :—মহাজনে বুলিলেক
পঞ্চ রস, সপ্ত রস।
মধ্যে দিয়া তাক কহ ॥
নাহিকে সংশয় তাত।
কহি আছে কিতাপত ॥
দক্ষিণে জন্তুক চাবা।
বামে রূপ লিখি লবা ॥
দুই ফালে পূরিওক।
ধন জন্তু জানিওক ॥

টোকা :—

| রূপ | | | | জন্তু |
|---|---|---|---|---|
| ৫ | (১) একে কিনে | [ পঞ্চ (৫) ] | তিনি মিন্ (৩) | ১৫ মাছ |
| ১৮ | (৩) তিনি কিনে | [ রস ৬ ] | পঞ্চ হরিণ (৫) | ৩০ হরিণ |
| ৩৫ | (৫) পাঁচে কিনে | [ সপ্ত (৭) ] | সাত ছাগ (৭) | ৪৯ ছাগ |
| ৪২ | (৭) সাতে কিনে | [ রস (৬) ] | এক বাঘ (১) | ৬ বাঘ |
| ১০০ | | | | ১০০ |

২৪ । ত্ৰিভি পঞ্চ পাৰয়া ।
পঞ্চভি সপ্ত ষাড়স ॥
সপ্তভি নব হংসস্থ ।
নৱভি ত্ৰিভি সেন ॥
ৰূপ জন্তু এক শত ।
তাৰ সংখ্যা কহিওক ॥

ভাঙনী :— কিনোহে ক ম্রস্থ খাচা ।
মাজে দিয়া তিচা পাঁচা ॥
দক্ষিণে জন্তুক চাবা ।
বামে ৰূপ বুজি লবা ॥
বহ্নি, বেদ, বান, বেদ ।
মধ্যে দিয়া লোৱা ভেদ ॥
নাহিকে সংশয় তাত ।
কহি আছে কিতাপত ॥

টোকা :—

| ৰূপ | | | | | | জন্তু |
|---|---|---|---|---|---|---|
| ৯ | (৩) | ত্ৰিভি 'বহ্নি' | (৩) | পঞ্চপাৰ | (৫) | ১৫ পাৰ |
| ২০ | (৫) | পঞ্চভি 'বেদ' | (৬) | সপ্তষাৰ | (৭) | ২৮ ষাৰ |
| ৩৫ | (৭) | সপ্তভি 'বাণ' | (৫) | নব হাঁহ | (৯) | ৪৫ হাঁহ |
| ৩৬ | (৯) | নৱভি 'বেদ' | (৪) | ত্ৰি সেন | (৩) | ১২ সেন |
| ১০০ | | | | | | ১০০ |

২৫। এক দেশে আছে হস্তী সহস্রেক তাৰ।
পদ্মবনে পশি পশি কৰয় বিহাৰ ॥
একৈক বিহানে বঢ়ায়া গাৱ।
কত পদ্ম ভৈলা কহিও ঠাৱ ॥
সম বিষম চন্দ্ৰাধিক অঙ্ক পূৰি।
কহে দুৰ্গাদাস গুনিয়া অঙ্ক নোহে চুৰি ॥

২৬। শতসেৰ মধু দেখি খঞ্জাৰি উৰাই।
পঞ্চদিনে ভ্ৰমৰা দেৰ ৰাত্ৰিং কৰি খাই ॥
কতনা ৰৰিষে খা বাক পাৰে।
ধৰা কায়স্থ কলি সঙ্কাৰে ॥

ব্যক্ত অৰ্থ :—সেৰক টকা কৰিবা জানিয়া।
তোলাক ৰাতি কৰিয়া আনিয়া ॥
দেৰে হৰিবা ৰাতি অনুমানি।
এতেকে বাণে পূৰিলে দিন প্ৰমাণ ॥

২৭। এক দেশে আছে ফল অপাৰ।
কাকে সুকে কল বত্ৰিশ শ, হাজাৰ ॥
তাৰে পাঞ্চ আম খাই কাকে।
তাৰে দেড় কৰি খাই সুকে ॥
কতনা সুক কতনা কাক।
কতনা ফল কহিয়ো তাক ॥

২৮। আছিল পুষ্কৰিণী এক অতি চমৎকাৰ।
চাৰি পাৰে আছে চাৰি লিঙ্গ শিৱৰ ॥
আছয় তাহাত এক অদ্‌ভুত নিয়ম।
দিন প্ৰতি পূজা কৰে দিয়া পুষ্প সম ॥

প্রতি ঘাটে পুষ্প ধুই পূজিতে লাগয় ।
ধুইবা মাত্রকে পুষ্প দ্বিগুণ হোৱয় ॥
এই রূপে চাৰি লিঙ্গে পূজিবাক যায় ।
কণ্ঠিত পুষ্প হলে এটিও নৰয় ॥
কিমান পুষ্পেৰে বাপু লিঙ্গ পূজয় ॥
কহিওক বিজ্ঞজন নকৰিয়া ভয় ॥

**উত্তৰ :**—১৫টা ফুল। প্রতি শিৰত ১৬টাকৈ দি **পূজা** কৰে

২৯। এক ত্রেতেলাৰ নব লক্ষ পাত।
পোষ্কৰ পলে সৰে এক পাত ॥
কহ কায়স্থ অঙ্কক ধৰি
কতনা বৰি'ষ পাত যায় সৰি ॥

৩০। আশী হাত সর্প গোট অতি স্থূলতৰ।
পশিব নোৱাৰে সর্প গর্ত্তৰ ভিতৰ ॥
সাতদিন সাতৰাতি আদ্ আঙুল যায়।
কহিয়ো কায়স্থ—সর্প কত দিনে পায় ॥

**ভাঙনী :**—শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
সেহি আশী হাতক যে নিশ্চয় জানিলা ॥
**চতুর্দ্দশ** দিবসত এক আঙুল জানিবা।
**চব্বিসেৰে পূৰি** তাক আঙুল কৰিবা ॥
**আশীক পূৰিয়া** আঙুলা লিখি লৈবা।
**চৈধ্যেৰে পূৰিলে** তাত দিনক পাইবা ॥
তিনি শ যাঠী দি তাহাক হৰিবা ॥

হৰিলাত অঙ্ক জানা যতেক যে হয় ।
বছৰ বুলি বুজি লবা নাহিকে সংশয় ॥
শেষ অঙ্ক থানিক যে, ত্ৰিশ দি হৰিবা ।
মাহৰ হিচাব থিনি তাতে লিখা পাইবা ॥
ত্ৰিশ দি হৰিলে যতেক অঙ্ক ৰয় ।
দিন ঃ বুজিবা তাক নাহিকে সংশয় ॥
চৌসত্তৰ বৎসৰ আঠ মাহ লিখা পাইবা ।
আশী হাত সৰ্প গোট গৰ্ত্তত পশিলা ॥

৩১ । যত তত পঙ্ক্তি অঙ্ক পূৰিবা ত্ৰিশে ।
একুন কৰিয়া অঙ্ক বুন্দা দিবা শেষে ॥
জমা অঙ্ক হৰিলে যত গণ্ডা ৰয় ।
টঙ্কা প্ৰতি পৰে গণ্ডা হৃদয়ানন্দ কয় ॥
ওপৰে তামোল তলে দৰ ।
তামোল কিনা অঙ্কক হৰ ॥
লব্ধে অঙ্কক যতেক পায় ।
কৰিব কাগুণে পূৰিয়া চায় ॥

মাহৰা কাটা :—

পাইকাৰে ভাই কহ বিশ্বাস ।
কত কৰি লৈ মাসক মাস ॥
যত পোণ তত গণ্ডা ।
তাক কৰিবা তিনি খণ্ডা ॥
ভাগেক এৰিলে বহে যত ।
দিনে প্ৰতি পৰে তত ॥

পাইকা জমা হলা ভুঞ্জে ।
বুন্দা দিয়া গণ্ডা গিজে ॥
বুন্দা গুছাইলে যি পোণ দেখি ।
বট ক্রান্তি দুইগুণে লেখি ॥

৩২ । চাৰি টকাকে হাতী ।
আধেলীকে ঘোঁৰা ॥
সিকিকে ভেৰা এটা ॥
কুৰি ৰূপৰ কুৰিটা ॥

ভাঙনা :—

| | | | | |
|---|---|---|---|---|
| হাতী | ৩টা | —— | টকা | ১২টা |
| ঘোঁৰা | ১৫টা | —— | টকা | ৭॥০টা |
| ভেৰা | ২টা | —— | টকা | ॥০টা |
| | ২০ | | | ২০ |

৩৩ । দুকৰ, কেকৰ, তেকৰ নিম্ন ।
কৰাই চাৰি চাৰি জাম ॥
কুৰি কৰাই কুৰি ফল ।
কিনিয়া ভুঞ্জে ৰাম ॥

ভাঙনা :—

কায়স্থে বোলয় শুনিও কথাৰ ভাঙনী কহো বুজ্জায়
মনত ভাবিয়া প্ৰমাণ লওক কিতাপ শাস্ত্ৰত চাই ॥
সাতোটা কেকৰ কৰি চৈধ্য কৰা, লিখি লৈবা ।
তিনি কৰাত নিম্ন এটা নিশ্চয় জানিবা ।

আৰু তিনি গোট কৰিব বাৰ গোট জাম।
ইদৰে কুৰি কৰিব কুৰি গোট ফল পাম ॥

৩৪। চোকে চোকে মইৰা।
পোণে পোণে কইৰা ॥
বুৰীয়ে বুৰীয়ে বাটা
কুৰি পোণৰ কুৰিটা ॥

ভাঙনী :—(১৫) পোন্ধৰ পোণৰ পোন্ধৰ (১৫) কইৰা
(৪) চাৰি পোণৰ এক (১) মইৰা
(১) এক পোণৰ চাৰি (৪) বাটা
২০ ২০

৩৫। এক মনুষ্যক এক টেঙা ফল লাগে।
আনিব লাগে সপ্ত চৌকী ভাঙ্গে ॥
অৰ্দ্ধ অৰ্দ্ধ ফল ৰাখে প্ৰতি খনে।
কত ফল কিনিয়া লৈলে কহিয়ো যতনে।

ব্যক্ত অৰ্থ :—
ভুজাধিক গণ্ডা ত্ৰিংশবিংশতি।
অৰ্দ্ধদৰে ফল দিবা চৌকী প্ৰতি ॥
এতেকে সম হয় জানিবা নিশ্চয়।
হস্তে চন্দ্ৰ লয়া যাইবে নাহিকে সংশয় ॥

৩৬। সোণাৰ মোলে যত পূৰণা
কাওণৰ চোকে মহা জানা ॥
বেবে বনীয়া নহৈবা ভ্ৰান্তি।
কাওণত নি গণ্ডা বৎ ক্ৰান্তি ৰাতি ॥

হৰণ কালৰ অঙ্কখানি ভিতৰ কৰিয়া ।
আটে নাটে বলে বুঝিয়ে হৰিয়া ॥
চোকে চোকে দেখি জাক ।
চোকে পোণে লৈবা তাক ॥
চোকে পোণে বুবী সাৰ ।
পোণে পোণে পঞ্চ বং ॥
চোক গণ্ডা লৈবা কড়া ।
পোণ গণ্ডা লৈবা জমা ॥
ষোল্ল জয়ায় কৰি এক বং ।
কহে বকুলে ধুলি সম্পত ॥
বকুলৰ বোল খানি নবৰিবা হেলা ।
চৌকন্তিয়া কৰা লৈবা প্ৰস্তাৰৰ বেলা ॥

৩৭ . এক দেশে ভূমি এপুৰাৰ আছে ।
নদী নিলে খান অৰ্দ্ধ ভাগ পাছে ॥
এপাৰে আঠাইশ দুপাৰে বিংশতি কৰিছিল ।
গণনা কৰিতে লাগি কায়স্থ পাকি দিল ॥
শুনৰে কায়স্থ সবে লেখ মনে ভাতী ।
ৰহিবাক লাগে জানা অঙ্কপুৰাৰ মাটী ॥

ব্যক্ত অৰ্থ :—

ত্ৰিকোণ ভূমি যথা পায় ।
তাক ত্ৰি জোখ কৰি লৈব ॥
চোট দুই ভাগক লগ্ন কৰি, কৰ দি হৰিব ।
আৰো এক জোখ তাকো কৰ দি হৰিব ॥

হৰিলে যিমান লব্ধ ৰহিয়াছে ।
লব্ধক লব্ধে পূৰিয়া পাছে ॥
সাতে হৰি বানে পূৰি ।
লেচা কৰিব সংশয় নকৰি ॥

৩৮ । মণ্ডল আকাৰ চৌদিশা খান ।
চৌদিশে মেৰাই দুখিয়া আন ॥
যুগে হৰিবা কহিলোঁ জানি ।
লব্ধক লব্ধে পূৰিব আনি ॥
চাৰি শতে হৰি পূৰা জান ।
মণ্ডলাকাৰৰ এহি প্ৰমাণ ॥

৩৯ । অঙ্গহীন নাটী জথা পাই ।
তিনি ভাগ কৰি জোখাই ॥
বহ্নি হৰিবা কহিলোঁ জানি ।
লব্ধক দীৰ্ঘত পূৰিবা আনি ।
চাৰি শতে হৰি পূৰা জান ।
অঙ্গহীনৰ এহি প্ৰমাণ ॥
॥ সৰ্পাকৃতৰোতথা ক্ৰমঃ ॥

৪০ । গোমূত্ৰ ভূমি যথা পাই ।
ভেঙ্গৰে ভেঙ্গৰে জুখিয়া চাই ।
ভেঙ্গৰে যে পূৰিবা তই ॥
চাৰি শতে হৰিলে পূৰা হয় ॥

৪১। কৃষ্ণগুৱাৰ ৰেখা যতেক পায়॥
দ্বিগুণ কৰিয়া তাকে চাই।
চোবায়বৈদি ৰেখাক পূৰি।
গোট বুজা ধনিয়া মনিয়া এৰি॥

৪২। সুপক্ক ডালিম্ব গোট নাহি কাণা কুজা।
পাকৰি ভাঙ্গিয়া লেখক বুজা॥
যতেক পাকৰি থাকে তাক লিখি লৈবা।
পাকৰিত ছিয়ায়বৈ গোটক ধৰিবা॥
এহি মতে ডালিম্বৰ লিখা গোট।
কহন্ত ডাকে নাহি বঢ়া টোট॥

**উত্তৰ :**—ভাল হৃষ্টপুষ্ট ডালিমৰ শিৰত ২৬টাকৈ গুটি থাকে।

৪৩। ত্রিশূন্য ৰস মহী কৰ দিজে।
বসু ৰস বেদ কৰেন শুনিজে॥
এতে জানহ চৌযুগ সংখ্যা।
বিশ সহস্র তিয়াল্লিশ্ লক্ষ

৪৪। গ্রহ ঘোৰা ইন্দুভেজোৰহো সকসুজান।
ৰাজা যুধিষ্ঠিৰ স্বৰ্গে গৈয়ো
ভবেৎ কলিযুগ পৰিমাণ।
কলিৰাজ্যে ভবেৎ ৰাজা, ধৰ্ম্মপুত্রযুধিষ্ঠিৰঃ।
চতুৰ্দ্দশং শতং বৰ্ষং ১৪০০, যুক্তা দ্বাদশবৎসৰং ১২,
নন্দঃ পঞ্চশতঞ্চৈয়ং ৫০০, গৌতমস্ত চতুৰ্শতং ৪০০,
ময়ুৰধ্বকৰোৰাজ্যং ষষ্ঠাধিক শতত্রয়ং ৩৬০,
সপ্তমন্তৰশতং পঞ্চ ৫০২, সোমৰাজা মকৰয়েৎ॥

এই সবলক একুন কবি, শকাদিত্যব শক
জুবি ১৬৮৩, অঠত যি হয় সেই খানি দিন যায়।
তাকে দি ৪:২০০ হেজাবত কাটিব। এতেকে
লব্ধত যি হয় সেই খানি থাকে বুজা হব।
নবনগাচন্দ্র জুলনা। তাতে শকাদিত্যব শক জুবনা।
কলিব যোবা বৎসব সেহি খানি হয়।
চাবিলক্ষ বত্রিশ হাজাবত কাটিবা নাহি সংশয়।
ক্লেশাকৈত্মমেকস্তু, দ্বয়োত্ৰনশ্ধানাকঃ,
ষড়্ধান্তমাঙ্গুলকৈব, চতুর্বিংশাঙ্গুলেকব।
চতুঃহস্তে ধনুস্মভঃ, ধনুসাপঞ্চবিংশতা
তালৈকোভিধিয়তে, বিংশতালে ভবেৎ দণ্ড,
ক্রোশোদণ্ডচতুষ্টয়, যোজনাপিচতুঃক্রোশে,
সাদিন নিচতুষ্টয়ে, পবমানুযুগে বেণু,
নিক্ষাবেনুচতুষ্টয়ে, নিক্ষাদ্বাদশভিঃশ .
বিংশপোষবোভবেৎ, চতুর্ধ্যবনস্তৈঙ্কেক ,
তৈ চতুর্বিংশমাসকা, চত্বাবঃমাসকাতোলং
তদষ্টঃপনকং ধ্রুবং।
নাগাযুতর্থৈ ১০০০০ ত্রিগুনিংবথানাং ৩০০০০,
লক্ষঞ্চ যোদ্ধা ১০০০০০, দশলক্ষবাজি ১০,০০০০০,
পদান্তবৃত্তষঃত্রিংশলক্ষা ৩৬০০০০০
অক্ষোহিনৈকবয়োর্ব্বদন্তি !!!

শ্লোক: সবস্বত্যাপ্রসাদেন, মমবুদ্ধির্ব্বলেনস্থ,
অদৃষ্টমপিজানামি ভানুমত্যাঃ তিল যথা॥০॥

৪৫। এক সদাগৰৰ ধনৰ সংখ্যা নাই।
মৰিবাৰ কাল আহি মিলিলা নিশ্চয়॥
পুত্ৰ ভাৰ্য্যা তাৰ সবাকো মাতিল।
তাসম্বাৰ লগে আনো নাগৰি সকলো আসিল॥
সবে আসিবাৰ দেখি সাঙ্গে নকহিল।
পুত্ৰে অঙ্ক গতি পাই মনে বুজি পাইল॥
এহি বুলি পুত্ৰত কহিলা ধনৰ কাহিনী।
ছিয়ান্নৈৱে হৰিলে ৰহিব লাগে তিনি॥
পচান্নৈৱেৰে হৰিলে ৰহিব লাগে অৰ্দ্ধযুগ। (২)
চৌৰানৈৱেৰে হৰিলে ৰহিব লাগে অৰ্দ্ধেৰ অৰ্দ্ধযুগ॥(১
এহি বুলি সদাগৰ যমপুৰে গৈলা।
টকাৰ কাহিনা সিটো পুত্ৰত কহিলা॥
সদাগৰৰ যত ধন তাতে লিখা পাইলা।
অঙ্কৰ গতি কৈ সাউদ মৰি গৈলা।
সংসাৰ ভৰিয়া অঙ্ক গোট বৈলা॥

**ভাঙ্গন:**—৯৪, ৯৫, ৯৬ ক পূৰি।
৯৩ এৰি একুণ কৰি॥
তিনিকো পূৰিলে ৮৫৭২৮০ হব।
৯৩ তিৰান্নৈৱে ভাজিলে ৮৫৭১৮৭ হব॥
এইখিনি সদাগৰৰ ধন।
আঠ লক্ষ সাতৱন্ন হাজাৰ একশত।
আৰু চাৰি কুৰি সাত জানিবাহা তাত॥
এহি খানি ধন জানিবা নিশ্চয়
কিতাপত বুজি লোৱা নাহিকে সংশয়।

৪৬। আৰু এক সদাগৰে বুলিলেক বাণী।
যোল্ল দিয়া হৰিলে ৰহিব লাগে তিনি॥
পঞ্চদশে হৰিলেক ৰহিবেক দুই।
চতুৰ্দ্দশে হৰিলেক ৰহিবেক এক॥
তাক সেহিমতে শত শত থাপিবাহা।
পঞ্চদশে চতুৰ্দ্দশে তাহাতে পূৰিবা॥
তাৰ পাছে যোড়শেৰে গুণ কৰি লৈবা।
একুনৰ পৰা ত্ৰয়োদশ এৰি দিবা॥
এইদৰে সৰ্ব্বমুঠ যত অঙ্ক হৈলা।
তাহাতে বুজিয়া পাইবা সংশয় নভৈলা॥

উত্তৰ :— (১৪ × ১৫ × ১৬) = ৩৩৬ ।
(৩৩৬০ − ১৩) = ৩৩৪৭ ॥

৪৭। পাইকেৰে এটি কভু বিশ্বাস কত কৰি লৈয়া
মাহক মাহ।
যত পোণ তত গণ্ডা, তাক কৰিবা তিন থাণ্ডা।
ভাগে এৰিলে বহে যত, দিনে প্ৰতি পৰে তত॥
এক পূৰা মুঠি দশ পাচ-পূৰা মাটি।
একফালে টাণ্ড আছে একফালে ষাঠি॥
যত পূৰা বোলে তাক চাৰিশতে পূৰি।
পূৰ্ব্ব টাণ্ড দিয়া মূল অঙ্কক হৰি॥
হৰণৰ লব্ধ অঙ্কক পূৰ্ব্বটাণ্ডত পূৰি।
চাৰি শতে হৰিলে পূৰা ধৰি

৪৮। কলৌ আদ্যে ভবেৎ ৰাজা, ধৰ্ম্মপুত্ৰ যুধিষ্ঠিৰ
চতুৰ্দ্দশ শতং বৰ্ষং, যুক্ত দ্বাদশবৰ্ষং ১৪১২
নন্দ পঞ্চশতং চৈব ৫০০। গৌতমস্য চতুঃশতঃ ৪০০,
ময়ুৰস্য কৰোৰাজ্য ষষ্ঠাধিক শতং ত্ৰয়ং ৩৬০,
সপ্তাধিক শতং পঞ্চ, সোমৰাজা মকৰম্বেৎ ৫০৭,
এই খানি কলিত ৰাজাৰ ভোগ।
সত্যযুগৰ দিন ১৭২৮০০০, ত্ৰেতা ১২৯৬০০০,
দ্বাপৰ ৮৬৪০০০, কলি ৪৩২০০০ ॥
মুঠতে চাৰি যুগৰ দিন ৪৩২০০ - ॥

৪৯। ৰুগীৰ নাম গুণ কৰি, নাৰতিথি একত্ৰ কৰি।
দিমিশলাই সাতে হৰি। এৰ তিন ৰয় বাণ,
শমন ঘৰৰ টানি আন, দুই চাৰি ৰয়,
ছয়দিন কয়েক বিলম্ব হয়।
যদি থাকে শূন্য সাত তবে ৰুগীৰ মৃত্যু পাত ॥

৫০। পেটৰ বিষ উঠাতে নাখাব।
বিষ নাহোৱাটোকৈ খুৱাব ॥
পানিঃ নাশৰ মন্ত্ৰ ঃ—
জগৎ সংহাৰ স্থিতি আছে নিবন্ধন।
প্ৰথম শ্বাসত বাজ ভৈলা দেৱগণ ॥
ঋক চাম যজুৰ অথৰ্ব্ব নাম।
ব্ৰহ্মাক কৰিলা দান ॥
চাৰ বেদৰ চাৰি অক্ষৰ তুলি।

ব্ৰহ্মা উচ্চাৰিলা, চৌষষ্টি ৰোগ,
ব্যাধি হাৰামন্দ কৰা পাণিকৃত ভৈলা,
হুং হুং হুং ৰিং ফট ।*

৫১ । ইন্দ্ৰৰ অমৰাৱতী বনে পাৰিজাত আছে ।
নিতে দশলক্ষ পুষ্প ফুটি থাকে গাছে ॥
শতেক বৎসৰে কোনে কৰিবে কণনা ।
একৈক পুষ্পৰ মূল্য লক্ষ কোটি সোণা ॥

৫২ । এক গৃহস্থৰ পাঞ্চ ভাই ।
মুঠতে আছে বিংশতি গাই ॥
বাড় বাড়িয়াই এগুণ ক্ৰমে ।
বাণ্টী দিব লাগে পাঞ্চকো সমে ॥
শুনৰে কায়স্থ কহিও মাটি ।
ভাগে বাৰ ধনু নহৈবা ঘাটি ॥

৫৩ । এক সদাগৰ ৭৭৭ ৰূপ হাতত লৈ ।
নৃপতিৰ ঠাইত মাগিলে গৈ ॥
ত্ৰি শূণ্য তিনি জনে দিলে ।
জমা পতি উপৰত দিব মিলে ॥
তলত যি হয় জানিবা ধন ।
এই অঙ্কৰ নাম কাটন ॥

৫৪ । পাচ্চায় নবাবৰ হাতত ।
চিপাহীলৈ ধন দিয়ে ॥
উত্তম মধ্যম প্ৰাকৃত দৰে ।
মাহিলী ধন দেই ।
উত্তম ২৬০, মধ্যম ২৩০,
প্ৰাকৃত ১১৫ । মঠু ধন ৩৬০০০ ।

| | | | | | |
|---|---|---|---|---|---|
| | ২০ | ২০ | ২০ | ২০ | |
| ২০ | ১ | ৮ | ৩ | ৮ | ২০ |
| ২০ | ৫ | ৬ | ৩ | ৬ | ২০ |
| ২০ | ৭ | ২ | ৯ | ২ | ২০ |
| ২০ | ৭ | ৪ | ৫ | ৪ | ২০ |
| | ২০ | ২০ | ২০ | ২০ | |

ভাউবতিহা ইয়াক লিখা হৈহি খাইলে সৰ্ব্ব **কাপয়ালতা** মহী এতেকে বিষ গুছে। ভূজ পত্ৰত লব।

(ভূজ পত্ৰ দোকানত পায় তাতে এইটো ২০ ঘৰৰ লিখি ললে বিষ গুছে (কপালত জগতা+মাটি)

উত্তৰ

| পশ্চিম | | | | | পূব |
|---|---|---|---|---|---|
| | কাকি / কাক | ধ্বজি | ধ্বজ | ধূম্ৰ / ধূম্ৰী | |
| | গজি | | | সিংহি | |
| | গজ | | | সিংহ | |
| | খৰ / খৰি | বৃষ | বৃষি | শ্বান / শ্বুন | |

ধ্বজৰ উত্তৰ গজৰ পূব, বৃষৰ দক্ষিণ আধিবৰ শুভ সিংহৰ পশ্চিম পাই যেবে, সৰ্ব্ব সুখ মিলায়ে তেবে (ঘৰৰ ভেটি বান্ধা নিয়ম)।

# তৃতীয় অধ্যায়।

## জ্যোতিষচুড়ামণি।

( সংখ্যা )

১। সৰস্বতী মাতৃক যে নমস্কাৰ কৰি।
আৰম্ভিলোঁ পদ গুৰু আজ্ঞা শিৰে ধৰি॥
প্ৰথমতে এক দুই ক্ৰমে দশ ভাগ।
দশে দশে শতভাগ জানিবাহা আগ॥
একত শূন্য দিয়া দশক বুজিবা।
দশমত শূন্য দিলে শতেক জানিবা॥
শতভাগে শূন্য দিলে সহস্ৰেক জান।
সহস্ৰত শূন্য অযুতৰ পৰিমাণ॥
অযুতত শূন্যে লক্ষ নিশ্চয় জানিবা।
লক্ষত শূন্য দিয়া নিযুত বুজিবা॥
নিযুতত শূন্যে কোটি জানিবাহা সাবে।
সপ্তবিংশতিক লাগি এহিমতে বাঢ়ে॥
একং দশং শতং সহস্ৰক জানিওক।
অযুত লক্ষে নিযুত কোটিক লওক॥
অৰ্ব্বুদ নিৰ্ব্বুদ খৰ্ব্ব মহাখৰ্ব্ব জানা নিস্ত কৰি।
পদ্ম মহাপদ্ম শঙ্খ মহাশঙ্খ ধৰি।
বৃন্দ মহাবৃন্দ ধূলি মহাধূলি জান॥

অক্ষৌহিনী মহা অক্ষৌহিনীৰ প্ৰমাণ।
ত্ৰিবিংশ ভাগক যে সাগৰ বুলিওক ॥
চতুৰ্ব্বিংশ ভাগে মহা সাগৰ লৈওক।
ব্ৰহ্ম, পদ্মাকিনী, মহাপদ্মাকিনী জান ॥
সপ্তবিংশতিক লাগি লয়োক প্ৰমাণ।
প্ৰথমতে সৰু নেওটা থন বুজি লৈবা ॥
দুই চাৰি ক্ৰমে মধ্যে নেওতাক জানিবা।
দহ, শতা ভাগ ইমাত বুজিয়া লইবা ;
পাছে আঠ কঠাৰ যে প্ৰমাণ কৰিবা ॥

উদাহৰণ (ক)

| ১৪ | ১৩ | ১২ | ১১ | ১০ | ৯ | ৮ | ৭ | ৬ | ৫ | ৪ | ৩ | ২ | ১ |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| \| | \| | \| | \| | \| | অ | কো | নি | লা | অ | হা | শ | দ | এ |
| মহাপ | প | মহাখ | খ | নি | | | | | | | | | |

| ২৭ | ২৬ | ২৫ | ২৪ | ২৩ | ২২ | ২১ | ২০ | ১৯ | ১৮ | ১৭ | ১৬ | ১৫ |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| মহাপ | পদ্মা | ব্ৰহ্ম | মহাসা | সা | মহাঅ | আক্ষো | \| | \| | \| | \| | \| | \| |
| | | | | | | | মহাধু | ধূলি | মহাবৃ | বৃন্দ | মহাপ | প |

## অমিশ্ৰ পূৰণ (আঠকঠা)

২। সপ্ত শূন্য পাখা পাখা, বান চন্দ্ৰ বামে লিখা।
সেই অঙ্ক বামে পাতি লইবা ॥
বহ্নি সপ্ত দিয়া তাৰ পূৰিবাহা ভাগ।
একত্ৰ কৰিয়া আঠকঠা পাইবা লাগ ॥
বহ্নি সপ্ত দুগুণ কৰিয়া তাক লৈবা।
দশ ভাগ এহিক্ৰমে তাহাতে জানিবা ॥

পূৰণ কৰিবা তাক এহি অনুৰূপে।
আঠকঠা এহিৰূপে জানিবা স্বৰূপে ॥
ইটো কথা এহিমানে সংহৰিয়া থওঁ।
দশংশীয়াৰ আৰ্য্যাক যে প্ৰবন্ধিয়া কওঁ ॥

উদাহৰণ :—(খ) [ ৯২ পৃষ্ঠা ]

## মিশ্ৰ পূৰণ ( দশংশয়া )

৩। দুয়া, বান দুয়া বাণ দুয়া দুয়া ৰস।
চাৰি কাৰণ চাৰি পোণ আক গণ্ডা দশ ॥
দক্ষিণক লাগি অঙ্ক ক্ৰমে পাতি নিবা।
এক দুই ক্ৰমে জুৰি তাহাতে জানিবা ॥
অষ্টকৰ্শৰ দৰে তাৰ পূৰিবাহা ভাগ।
দশংশয়া যাক বোলে তাতে পাইবা লাগ ॥

উদাহৰণ—(গ) [ ৯৫ পৃষ্ঠা ]

( বিস্তাউঠি। )

৪। বিস্তাউঠি যাক বোলে তাক শুনিওক।
আৰ্য্যাক লিখিয়া তাৰ প্ৰমাণ লওক ॥
যুগবান ৰস ৰস ভুজ শশী থওা।
ভুজ যুগ বান পোণ দিবা ৰস গণ্ডা ॥
দুই কৰা দুই কণ্ঠ তাক লিখি লৈবা।
এহি খানি বিস্তাউঠি আৰ্য্যাক জানিবা ॥
ভুজ যুগ বাণ পোণ ৰস গণ্ডা লৈবা।
আক আঠ কণ্ঠায়া অঙ্কত গনিবা ॥

একং দশঃ শতং সহস্রক জানিওক।
অযুত যে লাখ নিযুত কোটি লওক ॥
ইটো কথা এহিমানে সংহৰিয়া থও।
দন্ত কণ্ঠ কড়া গণ্ডা বুৰি পোণ কও ॥

উদাহৰণ :—(খ) [ ৯২ পৃষ্ঠা ]

## মিশ্ৰৰাশিৰ আৰ্য্যা।

৫। নব পথায়ে বসে জয়া জানিবা নিশ্চয় ॥
অষ্ট জয়ায়ে এক বালা নাহিকে সংশয়।
সপ্ত বালায়ে দন্তক যে জানিয়া থৈবা ॥
তিনি দন্তে কণ্ঠ হোৱে তাতে লিখি লৈবা।
তিনি কণ্ঠে এক কৰা ৰাখিবাহা সাৰে ॥
চাৰি কৰায় এক গণ্ডা বুজিবা সত্বৰে।
পাঁচ গণ্ডায়ে বুৰী জানিবা নিশ্চয় ॥
কুৰি গণ্ডায় এক পোণ নাহিকে সংশয়।
চোক কাওনক সবে জানা এহিৰূপে ॥
দশ ভাগে অঙ্ক বাঢ়ে জানিবা স্বৰূপে।
চাৰি পোণে এক চোক জানিবা নিস্ত কৰি ॥
ষোল্ল পোণে এক কাৰণ্ বুজা শীঘ্ৰ কৰি।

---

## মিশ্র সংখ্যাৰ চালন।

৬। এক দন্তে দশ দণ্ড চালনত হয়।
এক কণ্ঠে দশ কণ্ঠ নাহিকে সংশয়॥
দুই দণ্ডে কুৰি দন্ত নিশ্চয় জানিবা।
দুই কৰা দুই দন্ত তাহাতে বুজিবা॥
তিনি দন্তে ত্রিশ দন্ত জানিবাহা সাবে।
তিনি কৰা এক কণ্ঠ বুজিও সত্বৰে॥
চাৰি দিশে চল্লিশ দন্তক জানিওক।
চাৰি কৰা চাৰি দন্ত তাহাতে লওক॥
পাঁচ দশে পঞ্চাশ দন্তক জানিবাহা।
পাঁচ কৰা দুই দন্ত এক কণ্ঠ যাহা॥
ছয় দশে ষাঠী দন্ত নিশ্চয় জানিবা।
ছয় কৰা দুই কণ্ঠ তাহাতে যে লৈবা॥
সাত দশে সত্তৰি দন্তক জানিওক।
সাতকৰা দুই কণ্ঠ একদন্ত লোক॥
আঠদশে আশী দন্ত শীঘ্র কৰি ধৰ।
দুইগণ্ডা দুই কণ্ঠ দুই দন্ত কৰ॥
নব দশে নব্বৈ দন্ত তাক জানিওক।
দুই গণ্ডা দুই কৰা তাহাতে লওক॥
দশ দশে জানা শত দন্তৰ প্রমাণ।
দুই গণ্ডা তিনি কৰা এক দন্ত জান॥
এহিমতে বিংশতি ভাগক লাগি লৈবা।
তাৰ পাছে কণ্ঠৰ যে প্রমাণ কৰিবা॥

এক কণ্ঠে দশ কণ্ঠ নিশ্চয় জানিবা।
তিনি কৰা এক কণ্ঠ তাতে বুজি লৈবা॥
দুই দশে কুৰি কণ্ঠ জানিবাহা সাবে।
ছয় কৰা দুই কণ্ঠ জানিবা সত্বৰে॥
তিনি দশে ত্ৰিশ কণ্ঠ জানিবা নিশ্চয়।
দুই গণ্ডা দুই কৰা নাহিকে সংশয়॥
চাৰি দশে চল্লিশ কণ্ঠক জানিওক।
তিনি গণ্ডা চাৰি কণ্ঠ তাহাতে লওক॥
পাঁচ দশে পঞ্চাশ কণ্ঠক জানা সাবে।
চাৰি গণ্ডা দুই কণ্ঠ বুজিও সত্বৰে॥
ছয় দশে ষাঠী কণ্ঠ বুজিয়া নিশ্চয়।
পাঁচ গণ্ডা হোৱে সিটো নাহিকে সংশয়॥
সাতদশে সত্বৰি কণ্ঠক জানিওক।
সাবে পাঁচ গণ্ডা চাৰি কণ্ঠক লওক॥
আঠদশে আশী কণ্ঠ বুজিবা সত্বৰ।
ছয় গণ্ডা দুই কৰা দুই কণ্ঠ ধৰ॥
নয়দশে নব্বৈ কণ্ঠক জানিওক।
সাবে সাত গণ্ডা হোৱে তাহাতে লওক॥
দশ দশে শত কণ্ঠ তাহাতে জানিবা।
আঠ গণ্ডা চাৰি কণ্ঠ তাহাতে যে লৈবা॥
কণ্ঠৰ ভাগক আবে এহিমানে থওঁ।
কৰাৰ ভাগক কিছু প্ৰপঞ্চিয়া কওঁ॥
একে কৰা দশক কৰা জানিবা সাবে।
দুই দশে কুৰি কৰা বুজিবা সত্বৰে॥

তিনি দশে ত্রিশ যে কড়াক জানিবা।
সাৰে সাত গণ্ডা হোৱে তাহাতে যে লৈবা॥
চাৰি দশে চল্লিশ কৰাক জানিওক।
দশ গণ্ডা বুলি তাক নিশ্চয় লওক॥
পাঁচ দশে পঞ্চাশ কৰা জানিওক।
সাৰে বাৰ গণ্ডা বুলি তাক বুজিওক॥
ছয় দশে ষাঠী কৰা শীঘ্র কৰি জান।
পঞ্চদশ গণ্ডা হোৱে লয়োক প্রমাণ॥
সাতদশে সত্তৰি কৰাক জানিওক।
সাৰে সত্তৰ গণ্ডাত তাহাতে লয়োক॥
আঠ দশে আশী কৰা জানা মহাশয়।
একপোণ হোৱে তাত নাহিকে সংশয়॥
নব দশে নব্বৈ কৰাক যে জানিওক।
একপোণ দশকৰা তাহাতে লৈয়োক॥
দশ দশে শতকৰা জানিবাহা সাৰে।
পাঁচ বুৰী বুলি তাক বুজিবা সত্বৰে॥
কৰাৰ কথাক আবে এহিমানে থওঁ।
গণ্ডাৰ কথাক কিছু প্রপঞ্চিয়া কওঁ।
চাৰনত গণ্ডাক সে দশ গণ্ডা লৈবা।
দুই দশে এক পোণ নিশ্চয় জানিবা।
তিনি দশে ত্রিশ গণ্ডা জানিবা নিশ্চয়।
ছয়বুৰী হোৱে সিটো নাহিকে সংশয়।
চাৰি দশে চল্লিশ গণ্ডাক জানিওক।
দুই পোণ বুলি তাক নিশ্চয় লয়োক।

পাঁচ দশে পঞ্চাশ গণ্ডাক জানা যাবে ।
দশ বুৰী বুলি সেহি জানিবাহা যাবে ।
ছয় দশে ষাঠী গণ্ডা তাহাতে যে জান ।
সাত দশে সত্তৰি গণ্ডাৰ যে প্ৰমাণ ।
আঠদশে আশী গণ্ডা চাৰি পোণ হয় ।
এক চোক হোৱে সেহি নাহিকে সংশয় ।
নব দশে নৰ্ব্বৈ গণ্ডা বুলি তাক জান ।
চাৰি পোণ দশ গণ্ডা ভাগৰ প্ৰমাণ ।
দশ দশে শতগণ্ডা পাঁচপোণ জান ।

৭ । গণ্ডা শেষ ভৈলা এবে পোণৰ প্ৰমাণ ।
এক পোণে দশ পোণ নিশ্চয় জানিবা ।
দুই দশে কুৰিপোণ পাঁচচোক লৈবা ।
তিনি দশে ত্ৰিশ পোণ জানিবাহা যাবে ।
এক কাৰণ চৈধ্য পোণ জানিবা সম্ভৱ ।
চাৰি দশে চল্লিশ পোণক জানিওক ।
দুই কাৰণ আঠ পোণ তাহাতে লৈয়োক ।
পাঁচদশে পঞ্চাশ পোণক জানা যাবে ।
তিনি কাওন দুপোণ বুজিও সম্ভবে ।
ছয় দশে ষাঠী পোণ জানিবা নিশ্চয় ॥
তিনি কাৱন তিনি চোক নাহিকে সংশয় ।
সাতে দশে সত্তৰি পোণক জানিওক ।
চাৰি কাওণ ছপোণ তাহাতে লৈয়োক ।
আঠ দশে আশী পোণ জানিবাহা যাবে ॥

পাঁচ যে কাওণ হোৱে জানিবা সম্বৰে।
নব দশে নব্বৈ পোণক যে জানিওক॥
পাঁচ কাওণ দশ পোণ তাতে যে লৈয়োক।
দশ দশে শতেক পোণক জানা সাবে॥
ছয় কাৱণ চারি পোণ বুজিও সম্বৰে।
পোণৰ ভাগক আবে এহি মানে থওঁ॥

৮। চোকৰ ভাগক পিছু প্ৰপঞ্চিয়া কওঁ।
এক চোকে দহ চোক জানিবাহা সাবে॥
সাবে দুই কাৱণ হোৱে বুজিবাহা সাবে।
দুই দশে কুৰি চোক পাঁচ কাওন জান॥
তিন দশে ত্ৰিশ চোকে সাবে সাত কাৱণ।
চাৰি দশে চল্লিশ চোকক জানিওক॥
দশ কাওণ ভৈল তাত নিশ্চয় লওক।
পাঁচ দশে পঞ্চাশ চোক সাবে বাৰ কাওণ॥
ছয় দশে ষাঠী চোক পোন্ধৰ কাওণ।
সাত দশে সত্তৰি চোকক জানিওক॥
সাবে সপ্তদশ কাওন নিশ্চয় লৈওক।
আঠ দশে আশী চোকে কুৰি কাওণ জান॥
নব দশে নব্বৈ চোকে সাবে বাইশ কাৱণ।
দশ দশে শতেক যে চোক জানিওক॥
পঞ্চিশ কাওণ ভৈলা নিশ্চয় লৈওক।
কি কহিবো ইটো কথা এহি মানে বৈলা।
পঞ্চকৰ কথা শুনা যেন মত ভৈলা॥

## পৰিৰ্দ্ধক

( ১ )

৯। ত্রিশ বিশত আনি খৰচ পূৰিবা
জমা অঙ্ক দিয়া তাৰ ভাগাক হৰিবা ॥
হৰণত অঙ্ক জানা যত খানি হয়।
সেহি খানি গণ্ডা বুলি জানিবা নিশ্চয় ॥
গিৰি প্ৰতি পৰে তাক জানিবাহা সাৰে ।
জামাত তুলিয়া তাক বুজিয়া সত্বৰে ॥

( ২য় )

১০। যত গোট পাইক পোৱা কাণিক যে আনি।
ষোড়শ অঙ্কত তাক পূৰিবাহা আনি ॥
একুন কৰিলে তাকে অনা কৰি জানি।
তাহাক জানিবা নিষ্টে বোলে সবে কাণি ॥
যদি পাই থাকে তাক চৌগুণ কৰিবা।
যদি পাই থাকে আৰু তাহাতে পূৰিবা ॥
জমা অঙ্ক বুলি তাক জানিবাহা সাৰে।
যত টকা কহে গণ্ডা কৰিবা সবাৰে ॥
গণ্ডা কৰিবৰ আৰে শুনিও ধৰণ।
তিনি শত বিশ আনি কৰিবা স্থাপন ॥
ৰূপ দিয়া তাহাত যে পূৰিবা নিশ্চয়।
সেহি খানি গণ্ডা হোৱে নাহিকে সংশয় ॥
সেহি অঙ্ক খানিক যে কৰিবা উপৰ।
জমা অঙ্ক দিয়া হৰা কহিলোহু সাৰ ॥

হৰণত অঙ্ক জানা যতেক যে হয় ।
সেহি খানি গণ্ডা হোৱে নাহিকে সংশয় ॥
গিৰি প্রতি পৰে তাক জানিবাহা সাৰে ।
জমাত তুলিয়া তাক বুজিয়ো সম্বৰে ॥

( ৩য় )

১১। গোট পাই পোৱা কাণিক জানিবা ।
পাতিয়া অনুক্রমে তাক লৈবা ॥
এহিমতে পঞ্চক সবক জানিওক ॥
কিতাপত চাইয়া আক প্রমাণ লৈয়োক ।
চৌষষ্টীত তুলি গোট পাইকক জানিবা ॥
তাৰ অর্দ্ধ ভাগ আনি দুই পোৱা লৈবা ।
তাৰ অর্দ্ধ লইলে পোৱাক যে জানি ॥
তাৰ অর্দ্ধ ভাগক যে বোলে দুই কাণি ।
তাৰ অর্দ্ধেক লইয়া যে কাণিক যে জান ॥
তাৰ অর্দ্ধ ভাগে অর্দ্ধ কাণিৰ প্রমাণ ।

( ৪র্থ )

১২। আৰু এক পঞ্চকৰ শুনা বিবৰণ।
গিৰি টকা সব আনি কৰিবা স্থাপন
যতেক পঞ্চকি অঙ্ক পূৰিবা বত্রিশে ।
একুণ কৰিয়া অঙ্ক বুন্দা দিবা শেষে ॥
জমা অঙ্ক হৰিলাত যত অঙ্ক হয় ।
গিৰি প্রতি পৰে সেহি নাহিকে সংশয় ॥

( ৫ম )

১৩। আক এক পঞ্চকৰ শুনিও কাৰণ।
জমা অঙ্ক দিয়া তাতে কৰিবা স্থাপন ॥
কাওণ চোক পোণ দিয়া তুলিয়া চাহিবা।
যদি নহে বুৰা গণ্ডা কৰাক যে দিবা ॥
সেহি অঙ্ক পূৰিলত ৰূপ যে হোৱয়।
সেহি থানি ৰাখিবাহা নাহিকে সংশয় ॥

( ৬ষ্ঠ )

১৪। আক এক পঞ্চকৰ কথা কহো শুনা।
বিষম পঞ্চক আক বোলে সৰ্ব্বজন ॥
চোক পোণ গণ্ডা যদি পঞ্চকে থাকয়।
চোকে পোণ পোণে বুৰা নাহিকে সংশয় ॥
কাওণত চোক যদি চোকে পোণ লৈবা।
পোণে পোণে পঞ্চবৎ নিশ্চয় জানিবা ॥
গণ্ডাত যে কৰা আছে তাক জানিওক।
এহি অনুৰূপে তাৰ প্ৰমাণ লৈয়োক ॥

( ৭ম )

১৫। আক এক পঞ্চকৰ শুনিও আতপৰে।

... ... ... ... ...

একত্ৰ কৰিয়া তাতে পাইকক বুজিবা।
গোট পাইক পোৰা কাণি তাক বুজি লৈবা ॥
ষোড়শ অঙ্কত আনি তাহাক পূৰিবা।

... ... ... ... ...

জমা অঙ্ক বুলি তাক জানিবাহা সাৰে।
যতৰূপ কহে গণ্ডা কৰিবাহা তাৰে॥
সেহি অঙ্ক খানিক যে কৰিবা উপৰ।
জমা অঙ্ক দিয়া হৰা কহিলোঁ যে সাৰ॥
হৰিলাত অঙ্ক জানা যতেক যে হয়।
এক কাণি পৰে সেহি নাহিকে সংশয়॥
যত মৌজা থাকে তাকো কাণি যে কৰিবা।
সেহি অঙ্ক খানি দিয়া তাহাতে পূৰিবা॥
সবাকো একত্র কৰি ৰূপ জানিওক।
কহে চূড়ামাৰ্গ চাহি প্ৰমাণ লয়োক।

( ৮ম )

১৬। আৰু এক পঞ্চকক শুনিও আতপৰে।
দেখিয়া পঞ্চক আৰু বোলে সব নৰে॥
ষোল্ল ভাতৃ সমে এক গিৰি যে আছিল।
সাৰে বাৰ ৰূপ লাগে তাহাতে জানিলা॥
চাৰি গিৰি পাঁচ শিকি কৰি জানিওক।
চাৰি গিৰি চৈধ্য আনা তাহাতে লৈওক॥
চাৰি গিৰি দশ আনা বুজিয়া যে লৈবা।
তিনি গিৰি সাত আনা তাহাতে জানিবা॥
এক গিৰি তিনি আনা ভাবত বুজিয়োক।
এহি মতে ষোল্ল গিৰি বুজিয়া লৈয়োক॥
দুই ভাগ কৰি আৰু দিওক ভগ ই।
ছয় টকা এক শিকি ভাগত যে হোৱয়॥

গিৰিত শুগাই আক দিয়া ভাগ কৰি ।
ছয় টকা এক শিকা আঠ গিৰি ধৰি ॥
ইয়াৰ ভাঙ্গনি আৰে শুনা আতপৰে ।
পাঁচসিকা কৰি তিনি গিৰিত যে ধৰে ।
দশ আনা তিন গিৰি তাহাঁতে জানিবা ।
সাত আনা তিনি আনা তাতে লিখি লৈবা ॥
এহি আঠ গিৰিক যে একভাগ কৰি ।
অপৰ ভাগক তাতে বুজিবা নিষ্ট কৰি ॥
পঞ্চকৰ কথা আৰে এহিমানে পওঁ ।
মাহিনাৰ কথা কিছু প্ৰপঞ্চিয়া কওঁ ॥

---

## মাহিন্না

( ৩০ দিনীয়া মাহ-হলে )

( ১ম )

১৭। মাহিনা যতেক বোলে কৰিবা দুগুণ।
বুৰা বৎ কণ্ঠ তত কৰিবা একুণ ॥
একুণ কৰিলে জানা ৰহয় যে যত।
দিনে প্ৰতি পৰে নিষ্টে জানিবাহা তত ॥ * ১

( ২য় )

১৮। আৰু এক মহিনাৰ শুনা বিবৰণ।
'শূন্য দিয়া গণ্ডা লৈবা বুলিলোঁ বচণ ॥
শূন্যক গুছাই তাক দুগুণ কৰিবা।
যত অঙ্ক তত বট্ আৰু কণ্ঠ লৈবা ॥ * ২

( ৩য় )

১৯। আৰু এক মহিনাৰ শুনা আতপৰে।
যত কাওন দেই তাক শীঘ্ৰ কৰি ধৰ ॥
যত পোণ হোৱে তাতে তত গণ্ডা লৈবা।
সেহি গণ্ডা খানিক যে বহ্নি দি হৰিবা ॥
দুই ভাগ ৰাখিবাহা এক ভাগ এৰি।
ইয়ো এক মহিনা যে জানা নিষ্ট কৰি ॥ * ৩

---

*১ মাহে ৬ টাকা হলে দিনে কিমান ? *২ মাহে ২৭ টাকা হলে দিনে ব

পাতন :—৬ × ০ = ১২

| | | | | | | | | |
|---|---|---|---|---|---|---|---|---|
| ১২ বুৰা | = | ৶০ | ২৪০ | = | ৭ঃ | = | ৷৵০ অ |
| ১২ কৰা | = | ৻৩ | ২৪ × ২ | = | ৪৮ক | = | ৻১২ ৭ |
| ১২ ক্ৰান্তি | = | ৻১ | | | ৪৮ক্ৰা | = | ৻৪ |
| উঃ মোট | | ৶৪ গণ্ডা | | | মোট | | ৷৵১৬ গণ |

( ৪র্থ )

( ৩৬০ দিন হলে )

২০। আৰু এক মহিনাৰ কথা কও শুনা।
বছৰ মহিনা তাক বোলে সৰ্ব্বজনা॥
এক মহাজনে এক পাইকক ৰাখে ;
বছৰৰ মূৰত সেহি দশ ৰূপ পাৱে॥
মহাজনে পাছে কায়স্থক সুধিলেক।
দিনে প্ৰতি কত্ত পৰে তাক কহিয়োক॥
শুনিয়া কায়স্থে পাছে মনত গুনিলা।
একৰূপ আনি পাছে মনত কৰা কাম কৰিলা॥
বাৰ শত আশী কৰা তাহাক জানিবা।
তিনি শত ষাঠী দিয়া ভাগক হৰিবা॥
হৰিলাতলব্ধ অঙ্ক যত্তেক যে হয়।
দিনে প্ৰতি পৰে সেহি নাহিকে সংশয়॥
ৰূপে প্ৰতি তিনি কৰা এক কণ্ঠ জান।
আৰু চাৰি দন্ত জান অঙ্কৰ প্ৰমাণ॥
ইটো কথা এহিমানে সংহৰিয়া থওঁ।
খৰিদৰ কথা কিছু প্ৰপঞ্চিয়া কওঁ॥

# খৰিদ।

( ১ম )

২১। খৰিদ কৰিবে প্ৰতি বোলে যিবাজন।
দৰদিয়া অঙ্ক যে হৰিবা তেখন॥
হৰিলাত অঙ্ক জানা যতেক যে হয়।
তত কৰ দ্ৰব্যৰ গোট নাহিকে সংশয়॥
যত ৰূপ খৰিদ বোলয় যিবা জন।
তাক কৰা কৰিবাহা বুলিলোঁ বচন॥
যদি পোণ গণ্ডা বোলে তাহাক কৰিবা।
যেহি দৰে দিয়ে সোহ দৰে দি হৰিবা॥
হৰিলাত অঙ্ক জানা যতেক যে হয়।
ততেক দ্ৰব্যৰ গোট নাহিকে সংশয়॥

( ২য় )

২২। আৰ এক কাৰণ কৰি দিলা একজন।
খৰিদক কৰিবাক বুলিলা বচন॥
দেৰ কৰা দৰে ফল কিনি দিয়া আনি।
কত ফল পালে মোক কহিয়োক জানি॥
হেন শুনি কায়স্থে যে মনে গুনি চাইলা।
এক কাওণ দুই চোক তাহাতে জুবিলা॥
দুই চোক দুইপোণ তেৰ গণ্ডা জান।
আৰ চাৰি কণ্ঠ জানা অঙ্কৰ প্ৰমাণ॥
এহি দৰে খৰিদ বোলয় যত কাওণ।
তাক এহি দৰে বুজা নিষ্টিক বচন॥

( ৩য় )

২৩। আৰু খৰিদৰ কথা শুনা তাত পৰ।
বিষম খৰিদ আক বোলে সবে নৰ ॥
পাঁচ কৰা কৰি যে তেৰ গোট ফল।
কহিয়ো কায়স্থ সব কত ফল হ'ল ॥
বাণে হৰি তাহাক যে ত্ৰয়োদশে পূৰি।
একত্ৰ কৰিয়া তাতে বুজ শীঘ্ৰ কৰি ॥

২৪। আৰু এক কাওণ কৰি দিলা এক জন।
খৰিদ যে কৰিবাক বুলিলা বচন ॥
কৰি কাওণ লইয়া বজাৰে চলিলা।
সাত পাঁচ চাৰ দিয়া ফলক কিনিলা।
পাছে মহাজনে এক বুলিলা বচন।
যত ফল পাইলি মোক কহ এখন।
শুনি দূতে তিনি পোণ ফল আনি দিলা।
তিনি পোণ ফল পাই মনত গুনিলা ॥
কাত কিবা দৰ কৰি ফল কহিয়ো যতনে।
দূতে বোলে বুজি দেওঁ লোৱা এতিক্ষণে।
পাছে কৰি কাওণক কৰা কৰিলেক।
দৰক একত্ৰ কৰি দৰে হৰিলেক ॥
হাৰকত আশি আশি দেখিলেক তাক।
তিনি দৰে তিনি আশি বুলিলেক বাক।
ভাগে ভাগে বুজা যদি দৰে পূৰি চোৱা।
পৃথকে পৃথকে ফল কৰি নয়ে কোৱা ॥

এহি মতে যত কাৰণ বোলে মহাজন।
দৰক একত্ৰ কৰি হৰা তাৱক্ষণ॥
হৰিলাত অঙ্ক জানা যতেক যে হয়।
অতেক দ্ৰব্যৰ গোট নাহিকে সংশয়।
যেটি ভাগ দৰ দিয়ে তেতি ভাগ কৰি।
ফলক বুজিবা তাতে একত্ৰ যে কৰি।
কিছুমান কৰি তাতে হৰিলে থাকয়।
দৰক বুজিবা তাতে কহিলোঁ নিশ্চয়॥

( ৫ম )

২৫। আৰু এক খৰিদ শুনিও আতপৰ।
বিষম খৰিদ আক বোলে সবে নৰ॥
এক মহাজনে সাত কাওণ কৰি দিলা।
সাত কাওণ ফল লাগে নিশ্চয় বুলিলা॥
মোৰ তাম্বুলৰ তিনি কৰা কৰি জান।
দৰক একত্ৰ কৰি হৰা তাৱক্ষণ॥
কোমল তাম্বুলত যে দুই কৰা আন।
এক কৰা কৰিব যে চাৰি গোট আম।
কাত কিবা কৰি ফল কহিয়ো নিয়ম।
শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
দুই তিনি এক এহি ছয় অঙ্ক পাইলা॥
এক এক চাৰি ইয়ো ছয় অঙ্ক ভৈলা।
অনুক্ৰমে দ্বদিশ পাতিয়া তাক লৈলা॥
দুই ফালে কৰি পাতিয়া যে লৈবা।

মধ্যে অঙ্ক দিয়া সাত কাওণক জানিবা।
এক কাওণ দুই পোণ তেব গণ্ডা জান।
আক চাবি কঠ তাতে অক্ষব প্ৰমাণ॥
বাম কালে ফল দক্ষিণত কবি লৈবা।
দুয়ো কালে পূৰি ধন ৰূপক জানিবা।
ইটো কথা এহিমানে সংহৰিয়া থওঁ।
দক্ষিণা দিয়াব অঙ্ক প্ৰপঞ্চিয়া কওঁ॥

---

## দক্ষিণাৰ অঙ্ক।

(১ম)

২৬। দক্ষিণাক কৰিবাক শুনা আবে মত।
উত্তম, মধ্যম প্ৰাকৃত যে বিপ্ৰ যত।
যত ৰূপ দেই তাক শুনা যি কৰিবা।
বিপ্ৰক একত্ৰ কৰি দৰে দি হৰিবা॥
হৰিলাতে অঙ্ক জানা যতেক যে হয়।
সেহি বুদ্ধি দৰ বিপ্ৰ ততেক নিশ্চয়॥
শেষ অঙ্ক থানি তাতে দৰ বুজি দিবা।
এহি মতে বিপ্ৰক যে দক্ষিণা কৰিবা॥

(২য়)

২৭। আক এক শত ৰূপ দিলা একজন।
দক্ষিণাক কৰিবাক বুলিলা বচন॥
দক্ষিণা দিওক এক শত বিপ্ৰ আনি।
উত্তম মধ্যম প্ৰাকৃত বিপ্ৰক জানি॥

তিনি ৰূপ উত্তমক দান কৰিওক ।
মধ্যম জনক এক আধলি দিওক ॥
প্ৰাকৃতক এক শিকা কৰিয়ো যে দান ।
এহি থানি দৰ ভৈলা লয়োক প্ৰমাণ ॥
উত্তম চব্বিশ জন মাতিয়া আনিবা ।
তিনি ৰূপ কৰি তাসম্বাক দান দিবা ।
চব্বিশ বিপ্ৰত বাসুত্তৰি ৰূপ জান ।
মধ্যম বিপ্ৰৰ পাছে লয়োক প্ৰমাণ ॥
আধলিৰ কাতে বিপ্ৰ ছয়ত্ৰিশ গৈল ।
অষ্টাদশ ৰূপ গৈলা নিশ্চয় জানিলা ।
এক শিকা দৰে চল্লিশক জানিওক ।
দশৰূপ গৈলা তাতে নিশ্চয় লয়োক ।
এহি দৰে লক্ষশত বুজিবাক পাৰি ।
ভিন্ন দৰ থোৱে যদি ভিন্ন দৰে কৰি ।
২৮ । আৰু এক শত ৰূপ নৃপতি যে দিলা ।
উত্তম মধ্যম হীন এক শত ভৈলা ॥
তাৰা সবে পাছে আনি ভাগ কৰিলেক ।
উত্তমক দুই ৰূপ দান কৰিলেক ।
মধ্যমক দেৰ গোট কৰি ৰূপ দিলা ।
প্ৰাকৃত জনক লাগি আধলি যে থৈলা ।
কহিয়ো কায়স্থ সব স্থিৰ কৰি মন ।
উত্তম মধ্যম প্ৰাকৃত যে কত জন ।
কায়স্থে বোলয় শুনিয়োক মহাজন ।
একশত ৰূপ তুমি লোৱা এতিক্ষণ ।

বান দিয়া সেহি অঙ্ক হৰি পেলাওক ।
অঙ্ক যত পাই তিনি ভাগ কৰিয়োক ।
শেষ ভাগ তিনি দিয়া পূৰিবা নিশ্চয় ।
একত্ৰ কৰিলে তাতে মনুষ্য ওলায় ॥
দৰে দৰে ভাগক যে পূৰি চাহিয়োক ।
একত্ৰ কৰিয়া তাতে ৰূপ জানিয়োক ।
এহি দৰে যত যত ৰূপক যে দিবা ।
এহি মতে বুজিবাহা নাহিকে সংশয়োক ॥

টোকা

১০০ ÷ ৫
= ২০
২০ ÷ ৩ = ২০/৩
২০/৩ × ৩ = ২০
২০ × ২ = ৪০ টকা
২০ — ৪০ ,,
২০ — ৩০ ,,
৬০ — ৩০ ,,

১০০ | ১০০

( ৪র্থ )

২৯ । আক একজনে কিছুমান কৰি দিলা ।
দক্ষিণাক কৰিবাক আদেশ কৰিলা ।
চাৰি অনা দুই অনা এক অনা জান ।
শেষ ভাগ যত থাকে লওক প্ৰমাণ ।
চোক পোণ গণ্ডা যদি শেষ ভাগে থাকে

এহি দৰে যত হোৱে কৰিবা তাহাকে ॥
ৰূপৰ যে সেহি দৰ কৰিবাহা সাৰে ।
দৰৰ প্ৰমাণ তাক বুজিবা সত্বৰে ।
যত ভাগ দৰ বিপ্ৰ তত ভাগ কৰি ।
দৰ বুজি শেষে যত দিবা শীঘ্ৰ কৰি ।
দৰে দৰে ভাগক যে পূৰি চাহিয়োক ।
একত্ৰ কৰিয়া তাতে ৰূপ জানিয়োক ।
ইটো কথা এহিমানে সংহৰিয়া থওঁ ।
পিয়লৰ কথা কিছু সংস্থাপিয়া কওঁ ॥

## পিয়ল

৩০ । প্ৰথমে দীৰ্ঘ প্ৰস্থ তাক লেখি লৈবা ।
প্ৰথম অঙ্ক লৈয়া সেই দীৰ্ঘত পূৰিবা ॥
একত্ৰ কৰিয়া তাক কালি কৰি জান ।
চাৰি শতে হৰিলত পূৰায় প্ৰমাণ ।
পূৰা দোণ কঠা লেছা তাতে বুজি লৈবা ।
পকা কেচা লেছা কম খানি তাহাতে বুজিবা ।
ষোল্ল দিয়া তুলিলত কেচা লেছা হয় ।
চাৰি শতে হৰিলত নাহিকে সংশয় ।
পাচ কঠাই যদি দোনক যে ধৰে ।
কেচা কঠা বুলি তাক জানিবাহা সাৰে ॥
পচিশ গণ্ডাই পকা জানিবা নিশ্চয় ।
কুৰি গণ্ডায় কেচা যে নাহিকে সংশয় ॥

পচিশ গণ্ডাক আনি চাৰি দিয়া পূৰা।
পাচ দিয়া তাহাৰ যে ভাগ তাতে হৰা।
হৰিলাত অঙ্ক জানা যতেক যে হয়।
সেহি খানি পকা লেছা নাহিকে সংশয়।
তেবে চাৰি কঠাক যে দোন কৰি জান।
কহিয়ো কায়স্থ সব ইহাৰ প্ৰমাণ॥
একপূৰা মাটি ধৰিলেক এক জন।
দীৰ্ঘ নাহি কয় তাক বুলীলা বচন॥
পথালী জুখিলা চাৰি টাৰ যে আছয়।
কহিয়ো কায়স্থ দীৰ্ঘ কতেক লাগয়॥
শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
চাৰি শত অঙ্ক আনি পূৰায়ে পূৰিলা॥
প্ৰস্থ দিয়া হৰিলত লব্ধ যত পায়।
সেহি খানি দীৰ্ঘ অঙ্ক নাহিকে সংশয়॥
আৰু এক মাটি ধৰিবাক এক জন।
দীৰ্ঘ নাহি কয় তাৰ বুলিলা বচন॥
পথালী জুখিলা দহ আঙ্গুল আছয়।
কহিয়ো কায়স্থ দীৰ্ঘ কতেক লাগয়॥
শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
চাৰি শত অঙ্ক আনি পূৰায়ে পূৰিলা॥
সেহি অঙ্ক খানিক যে ছত্ৰিশে পূৰিবা।
একুন কৰিয়া অঙ্ক বুন্দা শেষে দিবা।
সেহি খানি গণ্ডা বুলি জানিবাহা সাৰে।
প্ৰস্থ দুগুণ কৰি হৰিবা সত্বৰে॥

হৰিলাত অঙ্ক জানা যতেক যে হয়।
সেহি খানি দীর্ঘ অঙ্ক নাহিকে সংশয় ॥
প্রস্থত তুগুণ গণ্ডা জানিবাহা সাবে।
দীর্ঘত গুনিয়া তাতে বুজিয়ো সত্বৰে ॥
চাৰি শত দিয়া তাৰ হৰিবাহা ভাগ।
এপুৰা মাটিক যে তাতে পাইবা লাগ।
যত যত আঙ্গুলীয়া পিয়ল যিটো ধৰে।
সেহি মতে কৰিবাহা কহিলোঁহো সাৰে।
লোৱা শত পূৰা তাতে বুজিয়া নিশ্চয়।
লেঁা আঙ্গুল আক পিয়ল বোলয় ॥
টাবত আঙ্গুল যদি বুজিবাক চাবে ॥
চৰিংশ আঙ্গুলে হাত নিশ্চয় যে হোবে।
যত হাত হোবে তাক চাৰিশতে পূৰি।
আঙ্গুল থাকয় যদি তাহাত যে যুৰি ॥
গুংক কৰিবা তাক গণ্ডা কৰিয়োক।
একত্ৰ কৰিয়া তাৰ তাতে বুজিয়োক ॥
আধা টাবৰ তুই চোক জানিবা নিশ্চয় ॥
চোকে তেব হাত চাৰি আঙ্গুল হোবয়।
তুই পোণে এক জলে আক যে আঙ্গুল।
একুণে বুজহ যদি কুৰি যে আঙ্গুল ॥
এক পোণে দশ আঙ্গুল জানিয়োক।
দশ গণ্ডায়ে পাচ আঙ্গুল লয়োক ॥
তুই গণ্ডাই এক আঙ্গুল জানি লৈবা।
কিতাপত চাই আক প্রমাণক লইবা ॥

ছয় হাত এক জলে চাৰি আঙ্গুলত।
এই ডালি টাৰ লৈয়া বুজিবাহা তত্ত্ব॥
টাৰ যে কিছু যদি বঢ়া টুটা হয়।
ক্ষয় বৃদ্ধি কৰি তাক লইবা নিশ্চয়।
চোক পোণ গণ্ডাক যে এহিমতে জান।
কিত্তাপত চাইয়া আৰু লৈয়োক প্ৰমাণ॥
দীৰ্ঘে এক শত টাৰ জানিবা নিশ্চয়।
পথালী জুখিলা এক আঙ্গুল আছয়॥
কহিয়ো কায়স্থ সব ইহাক যে চাই।
কত খানি মাটি ভৈলা কহিও বুজায়॥
শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
এক আঙ্গুলক যে দুগুণ কৰিলা।
সেহি দুগুণ আঙ্গুল দুই গণ্ডা কৰি।
শতেকত তুলিবাহা কহো নিষ্ঠ কৰি॥
দুই চোক দুই পোণ তাহাতে জানিবা।
আৰু লেছা কুৰি আঙুলক ভেট পাইবা।
এহি মতে যত আঙুল যে হোৱয়।
দুগুণ কৰিয়া তাত বুজিবা নিশ্চয়॥
পূৰ্ব্বে মহাজনে আৰু নিবন্ধি আছয়।
প্ৰবন্ধে জ্যোতিষ যে চূড়ামনি কয়॥

———

## ক্ষেত্ৰ

৩১। কুণ্ডলি আকাৰ মেদিনী খান।
চৌমেৰ কৰিয়া জুখিয়া আন॥
বেদে হৰিবাহা কহিলোঁ জানি।
লব্ধক লব্ধে পুৰিবা আনি॥
চাৰি শত দিয়া হৰিবা ভাগ।
লব্ধে অঙ্কে পূৰা পাইবা লাগ॥
৩২। ত্ৰিকোণ ভূমিৰ শুনা কাৰণ।
দুই ফাল জুখি কৰা সমান।
একফালে আনি অৰ্দ্ধেক লইবা।
প্ৰস্থ অঙ্ক বুলি তাহাক জানিবা॥
দীৰ্ঘ অঙ্ক দিয়া প্ৰস্থক পূৰি।
উভয় অঙ্কক একুণ কৰি।
চাৰি শত দিয়া পূৰিবাহা ভাগ॥
পূৰা দোণ কঠা পাইবাহা লাগ।
৩৩। সৰ্পৰ আকাৰ মেদিনী খান॥
দফে দফে তাক জুখিয়া আন।
যত দফে হোৱে একত্ৰ কৰি॥
দফা দিয়া তাৰ ভাগক হৰি।
হৰিলাত অঙ্ক জানা যতেক পায়।
সেহি প্ৰস্থ অঙ্ক নাহিকে সংশয়।
প্ৰস্থ অঙ্ক থানি দীৰ্ঘত পূৰি॥
উভয় অঙ্কক একুনক কৰি।

চাৰি শত দিয়া হৰিবাহা ভাগ ॥
লব্ধে অঙ্কে পূৰা পাইৰা লাগ ।

পদ

৩৪ । গোমূত্ৰ ভূমিৰ বক্ৰ হোৱে যথা তথা ॥
পেটে ভেঙ্গুৰে তাক জুখি লৈবা তথা ।
পেটক ভেঙ্গুৰেৰ পংক্তি যে হৰিবা ॥
দীৰ্ঘত পূৰিয়া ভেঙ্গুৰৰ লব্ধ লইবা ।
চাৰিশত দিয়া তাৰ হৰিবাহা ভাগ ॥
লব্ধ অঙ্কে পূৰা দোণ পাইবা লাগ ।
৩৫ । পৰ্ব্বত জুখিৰ খোজে যিটো নৰে ॥
চাৰি বেৰে আগে গোৰে মধ্য লেখা কৰে ।
দীৰ্ঘত বেৰৰ অঙ্ক যত পূৰি পায় ॥
চাৰি শতে হৰি তাৰ পূৰা তত লই ।
দীৰ্ঘ প্ৰস্থ নাই আৰু শুনা বিবৰণ ॥
চাৰি শত অঙ্ক আনি কৰিবা স্থাপন ।
যত পূৰা লাগে সেহি অঙ্কত পূৰিবা ॥
প্ৰস্থ এক ধৰিয়া যে তাহাতে হৰিব ।
হৰিলাত অঙ্ক জানা যত্তেক যে হয় ॥
সেহি খানি দীৰ্ঘ অঙ্ক নাহিকে সংশয় ।
দীৰ্ঘ অঙ্ক খানিক যে প্ৰস্থ দিয়া পূৰি ॥
উভয় অঙ্কক জানা একত্ৰ যে কৰি ।
চাৰি শত দিয়া তাৰ হৰিবাহা ভাগ ॥
যত পূৰা মাটি লাগে তাতে পাইবা লাগ ।

৩৬। ধেনু আকৃতি ভূমি যতেক যে পাই।
জোৰে জোৰে জুখি লৈবাহা যে তাই।
কাণ্ডে কাণ্ডে তাহাক যে জুখিয়া যে লৈবা॥
বহ্নি দিয়া তাহাৰ যে ভাগক হৰিবা।

৩৭। সুপক্ক কোমোৰা গোট নোহে কাণা কুজা।
হিচাব কৰিয়া তাৰ পাকৰিক বুজা।
পূৰ কুষ্মাণ্ডৰ জানা যতেক যে ৰেখা॥
তাহাক দুগুণ কৰি কৰিবাহা লেখা।
চৌত্রিশে পূৰিবা তাক বত্রিশে যে হৰি।
ধনিয়া মণিয়া যত গোটক যে এৰি॥
তাহাক লিখিয়া লৈবা যতেক যে হয়।
সেহি খানি গোট ভৈলা নাহিকে সংশয়॥
কাৰো মতে পাকৰিত বিবায়ৈৰে গোট।
সুপক্ক কোমোৰা গোট নাহি বঢ়া টোট॥
কহে জ্যোতিষ চুড়ামনি এৰা আন কাম।
সমস্তে জানিবা সবে বোলা ৰাম ৰাম।

---

৩৮। দণ্ড কোষ দণ্ড ছয় দণ্ডী॥
চাৰি বেষে এক বেণু।
এশ বেণুয়ে এক তাল॥
কুৰি তালে এক দণ্ড।
সপ্ত বালাই হয় দণ্ড॥
বশ দণ্ডে কঠি ( কাঠি )।

তিনি কণ্ঠে এক বৎ ( কৰা ) ॥
সোতৰ বত্তে গণ্ডিকা ॥
চাৰি বত্তে এক গণ্ডা ।
কাৰণত ষোল্ল পোণ জান ॥
চৌষট্টি বুৰী জানা প্ৰমাণ ।
তিনি শ বিশ গণ্ডাই জান ॥
বাৰ শ আশা কৰাই গোট কাৰণ ।

৩৯ । [ ক্ষেত্ৰ বুজনিৰ অঙ্ক ]—
সূৰ্য্যৰ ৰশ্মি বেৰৰ জানে ॥
বেৰা ভেদি ৰশ্মি ভিতৰে চানে ।
দেখি তিৰি মিৰি ৰশ্মি ছায়াত ॥
তাকে অঙ্ক বোলে জানা সাক্ষাত ।
চাৰি অঙ্কে হয় এক ধূলা ॥
চাৰি ধূলা হলে কহে এক বালা ।
কুৰি বালাই এক ৰেণু প্ৰমাণ ॥
চাৰি ৰেণুই এক সৰিহা জান ।
চাৰি সৰিহায় হয় শকা এক ॥
কুৰি শকাই এক কণ্ঠ প্ৰত্যেক ।
তিনি কণ্ঠে হয় এক কৰা ॥
চাৰি কৰায়ে এক গণ্ডা ধৰা ।
পাছ গণ্ডাই এক বুৰী জানা ।
চাৰি বুৰীয়ে এক পোণ মানা ॥
ষোল্ল পোণে এক দোন ধৰি ।
চতুৰ্থ কাৰণে চাৰি টকা কৰি ।

৪০ । মাত্ৰাক মাত্ৰে লক্ষ্য কৰি ॥
ক্ষেত্ৰ বুজনিৰ বচন ধৰি ।
এতেকে পূৰণিৰ অঙ্ক চয় ॥
পাইবাহা দেখা নকৰিবা ভয় ।
চোকে চোকে দেখা যাব ॥
পোণে মাত্ৰ লৈবা তাৰ ।
চোকে পোণে চাবা পূৰি ॥
তাৰ লৈবা এক বুৰী ।
পোণে পোণে পূৰা যেবে ।
পঞ্চবং লৈবা তেবে ।
গণ্ডাই গণ্ডাই যেবে পূৰিবা ।
তিনি সৰিহা তাহাৰ ধৰিবা ।
চোকে গণ্ডায় যেবে পূৰা ।
তাবেই ল'বা এক কৰা ॥
চোকে কৰায় যেবে পূৰিবা ।
পঞ্চদশ শকা তাৰ ধৰিবা ॥
চোকে কণ্ঠে দেখা যাব ।
পঞ্চ শকা লৈবা তাৰ ॥
চোকে শকায় দেখা যেবে ।
এক সৰিহা লৈবা তেবে ॥
চোকে সৰিহায় যেবে পূৰি ।
এক ৰেণু মাত্ৰ তাৰ ধৰি ॥
পোণে গণ্ডাই দেখা যেবে ।
পঞ্চদশ শকা ধৰিবা তেবে ॥

পোণে কৰাই যেবে পূৰা।
তিনি শকা তিনি সৰিহা ধৰা॥
পোণে কণ্ঠে দেখা যাৰ।
এক শকা এক সৰিহা লৈবা তাৰ॥
গণ্ডায় কণ্ঠে পূৰা যেবে।
এক বেণু লৈবা তেবে॥
কৰাক কৰায়ে যেবে পূৰিবা।
পঞ্চদশ বানা তাৰ ধৰিবা॥
কৰায় কণ্ঠে যেবে পূৰি।
পঞ্চবানা তাহাৰে ধৰি॥
ক্ষেত্ৰ বুজনিৰ বচন যত।
এই মানে ভৈলা সমাপাত॥

[ পিয়লৰ কথা ]

৪১। চাৰি স্থখায়ে এক বেণুকা।
চাৰি বেণুকায়ে এক জোখা॥
চাৰি জোখায় এক পোৱা।
চাৰি পোৱাই এক কণ্ঠ।
তিনি কণ্ঠে হয় এক কৰা।
চাৰি কৰাই এক গণ্ডা।
কুৰি গণ্ডাই এক পোণ।
ষোল্ল পোণে এক কাৰণ॥
৪২। চব্বিশ আঙ্গুলে হয় হাত।
আঠ হাতে বেঞ্চ (টাৰ) প্ৰখ্যাত॥

দীৰ্ঘে কুৰি প্ৰস্থে কুৰি।
বেঞ্ক পূৰিবা একুণ কৰি ॥
চাৰি শতে হৰিলে ৰয় যত।
পূৰাৰ মাটি লৈবা তত ॥

৪৩। প্ৰস্থৰ বেঞ্ জুখি যেতি পূৰাৰ মাটি লাগে।
দীৰ্ঘৰ বেঞ্ বুজিৰ খোজা অঙ্ক :—
প্ৰথমে যেতি পূৰাৰ মাটি বোলে।
তাকে চাৰি শত দিয়া পূৰিবো।
পাছে প্ৰস্থৰ মত বেঞ্ হয়, তাবে হৰিবো।
লব্ধ যি থাকে সেই দীৰ্ঘৰ অঙ্ক।

৪৪। চতুৰ সীমা মাটিৰ জোখা
বৰ্গাকৃত ভূমি যাহা পায়
তাহা যদি একুন বুজায়।
বেদে হৰিলে ৰহে যত।
দীৰ্ঘেও সেই খানি প্ৰস্থেও তত ॥
বেদ শত হৰিলে পূৰা জান।
বৰ্গাকৃতি ভূমিৰ এই প্ৰমাণ ॥

৪৫। কোণাকুনি যদি হয় ভূমি খান।
কোণাৰ একুণে হৰিয়া আন ॥
লব্ধাত মাটিৰ পূৰা নোহে মানে।
পূৰাৰ পৰা বিস্তৰ হয় যত।
লব্ধ হৰে দিয়া চাৰি শত।

অৰ্থ :—প্ৰস্থ বা দীৰ্ঘৰ বেৰ যদি।
দহ পাঞ্চ আদি কোণাকুনি হয়।

তাক একুন কৰি যেতি কোণা হব ।
তেতি কোণাই দি হৰিব।
তেতি দীর্ঘ আক প্ৰস্থ ওলাব ।

৪৬ । যত দোনৰ মাটি লাগে যোল্ল বে পূৰিব ।
প্ৰস্থৰ গজে যত থানি হয়, সেই দি হৰিব ।
লব্ধ যি থাকে সেই দীর্ঘৰ বেৰ ।

মাহিনা :—

বুৰী যৎ কণ্ঠ লই কৰিবা দুগুণ
ৰোজ প্ৰতি টকাত পৰে জানিবা নিশ্চয় ।
ৰছি আছাঙ্গাৰে কহে মাহিনা নিৰ্ণয় ॥
[ আছাঙ্গাৰ কায়স্থই ৰচনা কৰা ]

৪৭ । যি দৰে ঘোৰা খৰিদ কৰে ।
সংখ্যা টঙ্কাক হৰে দৰে ॥
অৰ্দ্ধে ঘোৰা যতেক পায় ।
তাতে বুজি টঙ্কা বুজায় ॥

৪৮ । যি দ্ৰব্য যত কাওণে দিয়ে কিনিবাক ।
কৰিব দৰে দ্ৰব্যৰ দৰে হৰিবেক তাক ।
লব্ধ অঙ্কে সংখ্যা অঙ্কক পূৰি ।
যত বস্তু তাক পাইবা বিচাৰি ॥

৪৯ । আক এক পিয়লৰ মত কহো শুনা ।
চাৰিশ অঙ্কক আনি কৰিবা দুগুণ ।
সেই অঙ্ক থানিক যে দশে দি পূৰিবা ।
আঠ বে হাজাৰ অঙ্ক তাহাতে জানিবা ।
পুনু সেই অঙ্কক যে ষোড়শে পূৰিবা ।

যত পুৰা মাটি লাগে সেহি অঙ্কে পূৰি।
প্ৰস্থক দুগুণে অঙ্ক গণ্ডা জানিবাহা।
সেহি খানি অঙ্ক দিয়া হৰিবা সত্বৰে।
হৰিলাত অঙ্ক জানা যতেক যে বয়।
সেহি খানি দীৰ্ঘ অঙ্ক নাহিকে সংশয়।
পুনু প্ৰস্থ গণ্ডা খানি দীৰ্ঘত তুলি লৈবা।
একত্ৰ কৰিয়া পাছে কানিক জানিবা।
চাৰি শতে দিয়া তাঁৰ হৰিবাহা ভাগ।
যত পুৰা মাটি লাগে তাতে পাইবা লাগ।
আঙ্গুলীয়া পিয়ল জানা ইও এক মত।
কিতাপত চাই আৰ বুজিওক তত্ব।

৫০। [ সুবৰ্ণ কিনিবৰ অঙ্ক ]
যত কাৰণ তত বুৰী,
তাক হৰিবা তিনি—,
এভাগ এৰিলে ৰহে যত।
ৰতি প্ৰতি পৰে তত।

৫১। সোণ কিনিবাক যত কাওণ দৰ জিষ।
তেৰ কৰা এক কণ্ঠক কাওণে লৰ॥
কাওণে কাওণে কৰহ মোলা।
ছিয়াম্নৈৰে ৰতিয়ে সোণৰ তোলা॥
যত কাৰণ টকা দেই।
কাৰণে প্ৰতি তেৰ গণ্ডা এক কণ্ঠ লই।
তাকে একুন কৰি ৰতিৰে পূৰিব।
যতেক ৰতি মানে ততেক পূৰিব॥

৫২ যত কাহণ তামোল বিক্রয় করে।
দৰ কৰি তামোলৰ কাহণে হবে ॥
কপৰ্দ্দক প্ৰতি তামোল যত পায়।
সেই দৰৰ তামোল সংখ্যা কৰি লয় ॥
কৰিৰ দৰে হৰিলে ৰহে যত।
লব্ধ তামোল জানিবা তত ॥
সাত কৰা, তিনি কৰা, ন কৰা জানা।
এহি প্ৰকাৰে তুমি তামোল কিনি আনা।
যত সংখ্যাৰ টকা দিব বিষম প্ৰকাৰে।
তাক দৰৰ তামোল দি, সংখ্যা কাওনক
কৰা কৰি হৰিলে সেই বুজা। আতে দয়ে
তামোলে লগকৈ পূৰিলে মূঠ তামোল ওলাব।
বিষমে বুজিব খোজে যদি।
তেবে যেত্তি দৰ দেখা।
ভাগে ভাগে পূৰি বুজাব।
তামোল বেছে যি পাহাৰি।
কৰিৰ দৰে তামোলৰ কাওণত পূৰি।
তামোলৰ দৰে হৰিলে, লব্ধ ৰহে যত।
কৰিৰ সংখ্যা পাইবা তত।
( তামোলৰ সংখ্যাত কৰি উলিয়াব লাগিলে ; )
এক কাহণত কৰি যিমান হয়
তাক দৰেৰে মূঠ কাওণত পূৰিলে কৰি ওলাব।
৫৩। [ বৃক্ষ ৰোপণ অঙ্ক ]
বৃক্ষ ৰোপণ কৰে যি গৃহস্থ।

দীৰ্ঘে প্ৰস্থে মাটিক কৰিবা হস্ত।
যত হস্তে বৃক্ষ ৰোপণ কৰে।
দীৰ্ঘ প্ৰস্থে শাৰীত একাধিকে পূৰে।
দীৰ্ঘ টাৰৰ হাত কৰি,
যত হাত অন্তৰে ৰোৱে,
সেই দি হাতক হৰিব।
তেতিয়া দীৰ্ঘৰ শাৰী ওলাব।
প্ৰস্থকো এই ক্ৰমে হাত কৰি—
অন্তৰেদি হৰি শাৰী উলিয়াব।
এহিমতে শাৰীৰ থিত
দীৰ্ঘ প্ৰস্থত এক এক ধৰাই
দুইক পূৰিলে হয় যত,
মুঠত বৃক্ষ জানিবা তত।

৫৪। দ্ৰব্য কিনিবলৈ যত টকা লৈ যায় সদাগৰ।
টকাৰ দৰে দ্ৰব্যৰ দৰে যে কৰে সমকৰ।
টকাৰ দৰক একুণ কৰিব শুদ্ধ কৰি।
ভাগে ভাগে লব্ধক পূৰিয়া চাব।
টকাৰ সংখ্যা বুজিয়া পাব।

অৰ্থ ঃ—যদি দ্ৰব্যকে টকাকে সমভাবে দৰ বান্ধি সেই দৰা দ্ৰব্য দুইকো একুণ কৰিব। কৰি, টকাৰ দৰেৰে জমাৰ টকাক হৰিব। লব্ধ যি থাকে তাতে দৰকো দ্ৰব্যকো দুয়োকো ভাগে ভাগে পূৰিব। দুয়োৰে সংখ্যা ওলাব।

৫৫। দৰে দ্ৰব্যে বিষমকৈ দিলে।
টকাৰ দৰে একুণ কৰিলে॥
জমাৰ টকাক হৰিব।
লব্ধত টকাৰ দৰক ভাগে ভাগে পূৰিব॥
একুণ কৰিলে মুঠ টকা ওলাব।
পাছে দ্ৰব্যকো ভাগে ভাগে পূৰিব লব্ধত।

৫৬। টকাত কৰি বিষম অঙ্ক ওলাব।
( দ্ৰব্যৰ দৰ দিলে টকাৰ সংখ্যা ওলোৱা নিয়ম )
সমদৰ হলে একুণ কৰিব।
বিষম হলে ভাগে ভাগে দ্ৰব্য সংখ্যাত পূৰিব।
ভাগে ভাগে লাগে যদি ভাগ থাকোঁতে বুজাব।
মুঠ লাগিলে একুন কৰি বুজাব।

৫৭। [ ঘোৰাই মাহ খোৱা অঙ্ক ]
এক জনে মাহ দিলা মেলি যত পূৰা।
যত দিনে তত গিৰিব খাই যত ঘোৰা।
দিনে ঘোৰায় একুন কৰি মাহক পূৰয়।
লব্ধ অঙ্কত ভাগে ভাগে পূৰি লৈবি তই
গিৰি গিৰি যত ঘোৰায় মাহ নিতৌ খায়
হিচাব কৰিয়া তাক কায়স্থে বুজায়।

অৰ্থ :— দিনে ঘোৰায় একুণ কৰি।
মাহ ধান্যাদি যি হয় তাকে হৰিব
থাকিব লব্ধ যিমান খানি।
তাতে ভাগে ভাগে একো গিৰিব ঘোৰা

দিন একুন কৰি পূৰিব।
গিৰি প্ৰতি যত হয় বুজি পাব।

৫৮। [ দক্ষিণাৰ অঙ্ক ]

ব্ৰাহ্মণ শূদ্ৰ যদি সমান হয়।
উত্তম মধ্যম প্ৰাকৃতিক বিষম দৰে দেই।
টকাৰ দৰে সংখ্যা টকাক হৰিব।
লব্ধত ব্ৰাহ্মণক ভাগে ভাগে পূৰিব।
ব্ৰাহ্মণে ব্ৰাহ্মণে দক্ষিণা ওলাব।
দক্ষিণাৰ ক্ৰমে ব্ৰাহ্মণক বুজি পাব।

ভাঙনী ঃ—ব্ৰাহ্মণ এশ টকা এশ।
উত্তমক তিনি ৰূপ, মধ্যমক দুই ৰূপ,
প্ৰাকৃতক চাৰি ৰূপ দিবা।
ব্ৰাহ্মণক এক ৰূপ দৰে শ টকাক হৰিব
লব্ধক ভাগে ভাগে দৰ ব্ৰাহ্মণ দুয়োকো পূৰিব।
হৰিলে শতকৰ যি থাকে তাতে ক্ৰমান্বই বুজাব।
তিন টকীয়া দৰে ব্ৰাহ্মণ ১২ জনত ৩৬ টকা।
দুই টকীয়া দৰে ব্ৰাহ্মণ ২৪ জনত ৪৮ টকা।
টকাত চাৰি ব্ৰাহ্মণ দৰে ৬৪ জনত ১৬ টকা।

৫৯। এক পুখুৰীৰ চতুৰ পাশে জান।
বিষম প্ৰকাৰৰ বহল জান।
প্ৰথমে শচী দণ্ড, দ্বিতীয়ে বেলি
তৃতীয়ে চ নেত্ৰে, চতুৰ্থে যুগানি।
দণ্ড দিক পালক দিবসে হৰি।
লব্ধৰ দণ্ডে শুকাইব সব বাৰী।

ওলোটা প্ৰকাৰে কৰিব ধাৰী।
হেঠৰ দণ্ডে শুকাইব বাৰী।
এই অনুক্ৰমে কায়স্থ সকলে।
পুখুৰীৰ অঙ্ক কৰে দণ্ড পলে।

ভাঙনী :—পুখুৰীৰ জ্ঞান দিন বা পৰ বা দণ্ড বা ৰি ক্ৰমে
দিয়ে তাক একুন কৰিব, তাৰে যি খিনি অধিক
তাকে দিন হলে দণ্ড কৰি ভাঙি লব।
একুন দি হৰিলে লব্ধ যি ৰহে
তেতি দণ্ডে গেল আতে দণ্ড পৰ হলে,
তাৰে অধিক খানিক যাঠীৰে পূৰি পল কৰিব।
তাকো পৰ দণ্ডৰ ক্ৰমে একুনাদি হৰিব।
লব্ধ ৰি থাকে তেতি পলে গেল।
[ বিষম পঞ্চকৰ অঙ্ক ]

৬০। ঘোঁৰা সোণা আদি যি কিনয়॥
তাহাৰ যদি নিয়ম হয়
টঙ্কাৰ নিয়মে দৰক হৰা॥
দৰক হৰিলে যত লব্ধ অঙ্ক পায়।
ভাগে দৰে হৰিয়া জানায়॥

৬১। কাওনৰ নিয়ম :—
দুগুণ দৰে কাওনক হৰয়
লব্ধ অঙ্কে এগুণ দৰক পূৰি।
যতক পায় কৰিক ধৰি।
টঙ্কাৰ দৰে কৰি যত হয়।

ষোল্ল দিয়া তাক হৰয়।
লব্ধ অঙ্কে কৰি পুচায়॥
বিংশতি দি আনা লব্ধ যত পায়।
টঙ্কাৰ গণ্ডা নাহি সংশয়॥

৬২। দক্ষিণাক কৰিবাক জানা এহিমত।
উত্তম, মধ্যম, প্রাকৃত যে বিপ্র যত॥
যত ৰূপ দেই তাক পোণ যে কৰিবা।
বিপ্ৰক একত্ৰ কৰি দিয়া যে হৰিবা॥
হৰিলাত অঙ্ক জানা যতেক যে হয়।
সেহিবিধ দৰ বিপ্ৰ ততেক নিশ্চয়॥
শেষ অঙ্ক খেনি তাতে দৰে বুজি দিবা।
এহি-াতে বিপ্ৰকৰ্মে দক্ষিণা কৰিবা॥

৬৩। যত গোট পোৰা কাণিক জানি।
ষোড়শ অঙ্কত পূৰিবা আনি॥
একুণ কৰিলে আনাক জানি।
তাহাক জানিবা বোলয় কাণি॥
যদি পাই থাকে চৌগুণ কৰিবা।
যত পাই পুনু তাহাক জুৰিবা॥
জমা অঙ্ক বুলি কহিলোঁ সাৰ।
যত টকা পায় গণ্ডা লৈবা তাৰ॥
সেই অঙ্ক আনি কৰা উপাৰ।
জমা অঙ্কে হৰা কহিলোঁ সাৰ॥
হৰিলে অঙ্ক যতেক পায়।
এক পাইত পৰে জানা নিশ্চয়॥

চৌষষ্ঠী বুট্টী গোট পোৱা জান।
তাৰ অৰ্দ্ধ ভাগে দুই পোৱা জান॥
তাৰ অৰ্দ্ধ ভাগে পোৱাক জানি।
আক অৰ্দ্ধ ভাগে জানা দুই কানি॥
তাৰ অৰ্দ্ধভাগে কাণিক জান।
তাৰ অৰ্দ্ধভাগে অৰ্দ্ধকাণি জান॥
তাৰ অৰ্দ্ধ ভাগে পাইক জান।
হৰক অঙ্কেৰে দেখা প্ৰমাণ॥

৬৪। ৩২০ ত খৰচ পূৰি।
জমা অঙ্ক দিয়া তাহাক হৰি॥
হৰিলে অঙ্ক যতেক পায়।
তাক গণ্ডা কৰি বুজিবা নিশ্চয়॥
বোজে প্ৰতি পৰে নিশ্চয় জান।
জমাত পূৰি টকাক আন॥

৬৫। বস্তুৰ দৰ যত কাৰণ বোলে মহাজন
দৰক একত্ৰ কৰি হৰা তেতিক্ষণ॥
হৰিলাত অঙ্ক জানা যতেক হোৱয়।
ততেক দ্ৰব্যৰ গোট নাহিকে সংশয়॥
যত দৰে ভাগ দিয়ে তত ভাগ কৰি।
ফলক একত্ৰ কৰি বুজিবাক পাৰি॥
কিছুমান কৰি যদি হৰিলে থাকয়।
দৰক বুজিয়া তাতে দিবাহে নিশ্চয়॥
খৰিদৰ কথা আৰে এহিমানে থওঁ।
পাছে যেন অঙ্ক ভৈলা তাৰ কথা কওঁ॥

৬৬। দীৰ্ঘ অঙ্ক প্ৰস্থে পূৰি।
উভয় অঙ্ক একুণ কৰি॥
একুণ কৰিলে ৰহে যত।
সেহি খানি জানিবা পৰম তত্ত্ব॥
চাৰি শতে দিয়া হৰিবা ভাগ।
লব্ধ অঙ্ক পূৰা পাইবা লাগ॥
শেষ অঙ্ক জানিবা যতেক হয়।
তাকো সেহি হৰ নাহিকে সংশয়॥
পূৰা দোন কঠা বুজি লৈবা।
চাৰি কঠায়ে দোন জানিবা॥
চাৰি শ অঙ্কত পূৰাই পূৰি।
প্ৰস্থ দিয়া তাহাক হৰি॥
হৰিলে অঙ্ক যতেক হয়।
দীৰ্ঘ অঙ্ক সেহি খানি নাহিকে সংশয়॥
দীৰ্ঘ অঙ্কে প্ৰস্থে পূৰি।
উভয় অঙ্ক একুণ কৰি॥
চাৰি শতে দিয়া হৰিবা ভাগ।
পূৰা দোণ কঠা পাইবা লাগ॥
দীৰ্ঘে প্ৰস্থে যত কুৰি হয়।
তাহাক পূৰিলে পূৰা নিশ্চয়॥
যত কুৰি বোলে কুৰিক ধৰা।
লব্ধ কুৰি বোলে তাক শীঘ্ৰ কৰা॥
কুৰিত কুৰি যদি ৰবা কয়।
তাক পৃথক কৰি বুজা নিশ্চয়॥

ইয়ো এক অঙ্কৰ গতি।
কহিয়ো কায়স্থ কলোঁ সম্প্রতি ॥
পচিশ লেঠাই কঠাক ধৰে।
কাঞ্চা কঠা বুলি কহিলোঁ সাৰে ॥
সেই পচিশত চাৰি দিয়া পূৰি।
পাছ দিয়া সেহি অঙ্কক হৰি ॥
হৰিলে অঙ্ক যতেক হয়।
সেহি পকা কঠা নাহিকে সংশয় ॥
তেবে চাৰি কঠাই দোনক জান।
কহিয়ো কায়স্থ অঙ্কৰ প্ৰমাণ ॥
৬৭। এক পুৰা মাটিক ধৰিলা একজন।
দীৰ্ঘ নাহি বুলি তাক বুলিলা বচন ॥
পথালী জুখিলা দহ আঙুল আছয়।
কহিয়ো কায়স্থ দীৰ্ঘে কতেক লাগয় ॥
শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
চাৰি শতে আনি পাছে পুৰায়ে পূৰিলা ॥
সেহি অঙ্ক থানিক যে বত্ৰিশে পূৰিলা।
একুণ কৰিয়া পাছে বুন্দা শেষে দিলা ॥
সেহি থানি গণ্ডা ভৈলা নিশ্চয় জানিবা।
প্ৰস্থক দুগুণ কৰি তাহাক হৰিবা ॥
হৰিলাত অঙ্ক জানা যতেক হোৱয়।
সেহি থানি দীৰ্ঘ অঙ্ক নাহিকে সংশয় ॥
প্ৰস্থ দুগুণে গণ্ডা জানিবাহা সাৰ।
দীৰ্ঘক পূৰিয়া তাক কহিও সত্বৰ ॥

যত যত আঙুল পিয়াল যিটো ধৰে ।
এহি মতে কৰিবাহা কৰিলোঁহো সাৰে ॥
লক্ষশত পুৰা তাকে বুজিবাক পাৰে ।
এহিমতে আঙুলীয়া পিয়ালক ধৰি ॥
টাবোত আঙুল যদি বুজিবাক চায় ।
২৪ আঙুলে হাত নিশ্চয় যে পায় ॥
হাত যত বোলে সেই ২৪ ত পূৰি ।
আঙুল থাকয় যদি তাহাতেসে জুৰি ॥
দুগুণ কৰিয়া তাক গণ্ডা জানিওক ।
একত্র কৰিয়া তাক টাৰ বুজিওক ॥
আধা টাৰে দুইচোক জানিবা নিশ্চয় ।
চোকে দেৰ হাত চাৰি আঙুল হোৱয় ॥
দুই পোণে এক জলে আঠ যে আঙুল ।
একুণ কৰিলে হব কুৰি আঙুল ॥
এক পোণে দশ আঙুলোক বুজিওক ।
দশগণ্ডাই পাছ আঙুল লওক ॥
দুই গণ্ডাই এক আঙুলক লৈবা ।
এহিমতে চোক পোণ গণ্ডাক বুজিবা ॥
পিয়লৰ কথা আৰে এহিমানে থওঁ ।
শুনা পাছে যেন কথা তাৰ কথা কওঁ ॥
পূৰ্বে মহাজনে আক নিবন্ধি আছয় ।
পদবন্ধে জ্যোতিষ যে চুড়ামণি কয় ॥
নধৰিবা দোষ আত কায়স্থ সকল ।
তোৰাসবে আক জানি আছা সৰ্বকাল ॥

ইটো মত তোবাসবে নিন্দা নকৰিবা।
কিতাপত্ত পবা নাই নিশ্চয় জানিবা॥
বিবাকী চালত কিছু আছিলেক ছাত্র।
শুনি চালোঁ ইসব বিদ্যাত নোহে পাত্র॥
তথাপিতো গুৰুৰ যি উপদেশ লৈলোঁ।
সৰস্বতী মাতৃক যে হৃদিত ধৰিলোঁ॥
তুষ্ট হৈয়া মাতৃ কিছু দিলা উপদেশ।
এহি মতে মাতৃক যে শিকাইলোঁ অশেষ॥
সৰস্বতী মাতৃক যে ভক্তি মাতৃ বোলে।
তাহাব স্বামীক হৰি দেৱ-গণে বোলে॥
তাহান একান্ত ভক্ত প্ৰভু শুলধাৰী।
কিতাপ শাস্ত্ৰথন পূবে আছে কৰি॥
তাসম্বাৰ মত লৈয়া এক চিত্ত কৰি।
সংসাৰ তৰণ হেতু বোলা হৰি হৰি॥
কহে চুড়ানন্দি আক মহা মূঢ়মতি।
নধৰিবা দোষ আত সমাজ সম্প্ৰতি॥
সন্ত উপদেশে তোৰা হৰিক ভজিও।
ৰাম নাম নিৰ্মল সমুদ্ৰে মজিও॥
বালেক সবব আগে কহিও বুজাই।
পদবন্ধ ভৈলা আত মোৰ দোষ নাই॥
হেন জানি সভাসদ এৰা আন কাম।
পাতক চাবোক ডাকি বোলা ৰাম ৰাম॥

——:•:——

# চতুর্থ অধ্যায়।

[ বিশিষ্ট ভাবৰ আমোদ জনক কূট অঙ্ক ]

( ১২ পৃষ্ঠাৰ পৰা ১৫ পৃষ্ঠাত দেখা )

.ভাকত খাঁহুৰ হোৱাত শহুৰেকৰ খং উঠে। কাৰণ তেওঁয় বোৱাৰীয়েকে ভাত ৰান্ধিবলৈ জুই নিছিল। খং দমাবৰ উপায়ে আৰু বোৱাৰীয়েকে এই সাথৰ মাতে। সাথৰ ভাঙোতে ভাত-আঞ্জা ; তথাপি শহুৰেকে উহা দিহা নেপালে।

১। স্বৰ্গৰ তাৰা গণনা কৰা :—

গগণ চাঁদ, গগণ চাঁদ, গগণ চাঁদ জান
চাৰি চৈধ্যাই হয় ভুবন খান॥
বত্রিশ দিয়া পূৰণ কৰা।
ভাত খোৱা আহি শহুৰ বুঢ়া॥
স্বৰ্গৰ কেতটি তাৰা।

ভাঙনা [ চাঁদ (১), গগণ (০), চাৰিবাৰ চৈধ্য ] ×৩২।

উত্তৰ :—৪৫২৫২৫২৫ ১২৩২ ৩২০॥

২। মুনিগণ তপস্যাই শূন্য ঘৰ কৰে।
দুই পাখা গৰুৰে নিলে বান কন্দর্পৰ ঘৰে॥
পৃথিবীত চন্দ্র নাই উদয় আকাশে।
কত গল পোষ্কৰ বাইশ অঙ্ক হব কিসে॥

ভাঙনী :—মুনি (৭), শূন্য (০), দুইপাখা (২২) বাণ (৫), চন্দ্র (১)

অর্থ :—[ অঙ্কৰ বাওফালে গতি ] ১৫২২০৭ এই শাৰী অঙ্ক কেনেকৈ ভলাব।

৩। চাৰিক চাৰি চোৰাল্লিশ মাথে।
চোকে চৌত্ৰিশে পূৰিবা তাতে॥
কি খৰি ভাঙিলো প্ৰাণৰ নাথ।
পোদ্ধৰ হাজাৰ বাইশ শূন্য সাত॥

উত্তৰ :—৪৪৪৪ × ৩৪ । = ১৫২২০৭ ।

৪। সহস্ৰ যোজন সমুদ্ৰ গোটা।
তাহাক বান্ধিবে গৈলা বিশ্ব-কৰ্ম্মৰ বেতা॥
দীৰ্ঘে শত যোজন পণালী দশ জুৰি।
বিশ্বকৰ্ম্মে সেতু-বান্ধিলন্ত ভৰি পুৰি।
সাতদিন, সাতৰাত্ৰি বান্ধে অৰ্দ্ধাঙ্গুল।
কতদিনে সেতুবান্ধি কৰিলা নিৰ্ম্মূল॥

উত্তৰ :— ২৬ ২৮ ২৬ ৬৬ বছৰ ৮ মাহ।

৫। এক আনা দুই আনা তিন আনাৰ দায়ী।
দ্বাদশ বছৰ ৰজাক খাজনা দিয়া নাই॥
একেলগে সাধিনিলে হাজাৰ নব্বৈ টকা।
কোৱাহে কায়স্থ ভাই কত হোৱে টকা॥

উত্তৰ :—এক অনাৰ জনে দিব—১৮১॥০৮ পাই।
দুই অনাৰ জনে দিব—৩৬৩ /৪
তিনি অনাৰ জনে দিব— ৫৪৫,

মুঠ ১০৯০, টকা

৬। এক মালিনীৰ পুষ্পবাৰী অতি বিত্তোপন।
ফুলি আছে পুষ্প অতি দেখিতে শোভন॥
সেই পুষ্প মধুকৰে চুহি ৰস খায়।
সাত গোট ফুলে এক ৰতি মধু পায়॥
এক মহাৰস গুঞ্জে এক ভ্ৰমৰাই।
এহি মতে ৰস গুঞ্জে সহস্ৰ ভ্ৰমৰাই॥
কহিও কায়স্থ সৰ্ব ইহাৰ নিৰ্ণয়।
কতগোট ফল ভৈলা কহিও বুজায়॥

ভাঙনী :—প্ৰথমে এহেজাৰ মহা জুৰিবা।
চব্বিশেৰে পুৰি পাইবা যিমান॥
হাজাৰ মাহাৰ ৰাত্ৰি সিমান।
সাতে পূৰি পাইবা যত ফুল॥
কহিবা কায়স্থ নহইবা ভুল.

উত্তৰ :—১৬৮০০০ফুল।

৭। মনিৰাজ নামে পক্ষী আছে এক ঝাঁক॥
সীমা সংখ্যা নাহি পক্ষী আছে যত লাখ।
ৰজাৰ ভাণ্ডাৰে পাইলা এক শত টকাৰ কৰি॥
পক্ষী সবে মিলি তাক খাইলা গুৰা কৰি।
এক পক্ষীক ধৰি ৰজাই কৰিলা পুচন॥
তিল প্ৰমাণ কৰি আমি খাইলো পক্ষীগণ।
মণ দিয়া বুজা ৰাজা পক্ষী কত জন॥

উত্তৰ :—১০২৪০০০০পক্ষী।

৮। আৰু এক আৰ্য্যা কহো শুনা আতপৰে॥
উপহাস নকৰিবা কথা কহো সাৰে।

একগিৰি গৃহস্থৰ ভুইৰ মাজে ভৈলা বাট ॥
তিনি শ ষাঠীটা ইন্দুৰে তাতে দিলা গাত।
হেন দেখি গিৰি পাছে এন্দুৰক ধৰি ॥
মাৰিবে লাগিলা নানা বিকৰ্ণনা কৰি।
এন্দুৰে বোলয় গিৰি নেমাৰিবা মোক ॥
গাৰে ষাঠী পুৰা কৰি ধান দিব টোক।
কহিয়ো কায়স্থ সব কৰি এক মন ॥
এন্দুৰত ধান গিৰি পাৱে কত মোণ।
হেনজানি কায়স্থে যে মনে গুনি চাইলা ॥
তিনি শ ষাঠী পুৰা, এক পুৰায়ে পুৰিলা।
এই দৰে তাক পুৰি মনে জানিওক।
কিত্তাপত চাই আৰ প্ৰমাণ লওক ॥

উত্তৰ :—৭২০০/ মোণ।

৯। তিনি কাৰণ কৰিৰ যে আছিলেক বিল।
তিনি শ ষাঠীটা তাতে নামিলেক চিল ॥
তুমি সব আশি কিয় নামিলা বিলত।
তিনি কাৰণ কৰি আবে লাগিলা চিলত ॥
কহিয়ো কায়স্থ সব ইহাৰ কথাক।
চিল্লা সকলত কৰি পৰিলেক কত ?

উত্তৰ :—চিলে প্ৰতি দহ কৰা দুই ক্ৰান্তি।

১০। আছিল দেউল এক বিচিত্ৰ গঠন ॥
ক্ৰোধে জলে পেলাই দিলে পবন নন্দন।
অৰ্দ্ধেক পঙ্কেতে তাৰ তেহাই চলিলে ॥
দশম ভাগৰ ভাগ চেলেনীৰ তলে।

বাকী উপৰে বাৰয় গজ দেখা বিদ্যমান ॥
কৰহে কায়স্থ বাপু দেউল প্ৰমাণ।

১১। গোপী বিৰহৰ গীতৰ অঙ্ক :—
সখিহে অত দুখ কৈবো কাৰ ঠাই ॥
আসিলে মাধবী মাস নাহিলে কানাই।
এয়োদশ সম কৰি বান-বসু, পৰিহৰি।
ললাটত ইহাৰ সমান।
ৰাম সাগৰে পূৰি, নিশাপতি উনকৰি ॥
তাকে ভুমি ত্যজিবো পৰাণ।

ভাঙনী :—গোপীয়ে গোপীয়ে কোৱা কুই কৰিছিল।
মাধবী মাস (চত বহাগ)। (১৩,৫৮)। তেৰৰ পৰা
(বান+বসু) বা (৫+৮) বাদ দিলে, শূন্য থাকে।
ৰাম (৩), সাগৰ (৭), এতেকে (৩×৭) বা
২১। নিশাপতি (১) এতেকে বাকী বিশ।

১২। সুৰ অৰি ৰিপু মিতা।
তান সেৱকৰ পিতা॥
বাহনক দেখি লাগে মৈম্ন।
তিন অক্ষৰ ধৰি' শেষাক্ষৰ পৰিহৰি ॥
তান সুতে সবে দহে তনু।

ভাঙনী :—সুৰ (দেৱতা), অৰি (ৰাক্ষস ৰাৱণ), ৰিপু (ৰাৱণৰ শত্ৰু ৰাম), মিতা (ৰামৰ মিতা সুগ্ৰীৱ), সেৱকৰ পিতা [(হনুমানৰ পিতা) (বায়ু)], বাহনক (বায়ুৰ বাহণ—হৰিণ), মৈম্ন (মৰম)।

উত্তৰ :— হৰিণ শব্দৰ শেষাক্ষৰ এৰিলে হৰি আৰু (সুত) কামদেৱ।

১৩। চাৰি চোৰ যুৰে চোৰ কৰি।
গৃহস্থৰ ধন বস্তু নিয়ে চোৰ কৰি ॥
যত টকা নিলে সবে জমা থলে পথে।
১ম চোৰে ভাগৰ অৰ্দ্ধেক থই গল তাতে ॥
২য় চোৰে আহি পুন্থ নিলে সেই মতে।
৩য় চোৰে শুনি গাঠি সম ভাবে নিলে ॥
৪র্থ চোৰে অৱশিষ্টৰ অৰ্দ্ধেক লই গল।
চাৰি চোৰৰ টকাৰ সংখ্যা একে সমান হল ॥
সেই থলত মুঠ টকাৰ আধা সংখ্যা ৰল।
কোৱাহে কায়স্থ ভাই কিতাপত চাই ॥
মুঠ টকাৰ সংখ্যা কতেক হোৱয়।
ভাগে পতি চোৰৰ নো কত টকা হয় ॥

উত্তৰ :—৬৪টা, গাইপতি—৮ টকা।

১৪। মনুষ্য আছে কুৰি, কলো আছে কুৰি।
সবাকো নোজোৰে গোট গোট কৰি ॥
মুনিহক দুই, তিৰিক দেব, ছলিক আদ্‌খান।
এহি মতে কুৰি গোটা কল কিনি আন ॥

| | |
|---|---|
| ভাঙনী :—১৩ ছলি | ৬॥ কল |
| ৬ মুনিহ | ১২ কল |
| ১ তিৰি | ১॥ কল |
| ২০ | ২০ |

১৫। তেল কিনি আনে দুই ভাই।
সেৰ নাইকা নৈলা ভগাই ॥

আঠসেৰী, পাচসেৰী, তিনিসেৰী ভাৰা।
উলত্তাকে তিনি লাগ জোখা কৰা॥

ভাণ্ডনী :—/৮, /৫, /৩ সেৰী তিনটী পাত্র।

প্ৰথমে /৩ সেৰীত ঢালিলে, সেই /৩ সেৰ /৫ সেৰীত থলে, পাছত /৮ সেৰীত থকা /৫ সেৰৰ /৩ সেৰীত /৩ সেৰ থলে। আৰু /৩ সেৰীত /২ সেৰ, /৫ সেৰীত থলে। বাকী /১ সেৰ থাকিল। পাছত /৮ সেৰাত /৭ সেৰ কৰি, এসেৰ /৫ সেৰীত থৈ পুনঃ /৩ সেৰীৰে এবাৰ দিলেই ভাগত /৪ সেৰ হব।

২৬। এক দিশে আছে পক্ষী অপাৰ।
পক্ষীক লাগি মন থাকয় সবাৰ॥
গোটে গোটে পক্ষী ডালে ডালে বৈলা।
ডালে ডালে নোজোৰে পক্ষী অধিক হৈলা॥
ধৰ্ম্ম পখিলা পাই ভাল অপমান কৰে।
অপমান দেখি পক্ষী জোৰে জোৰে পৰে॥
জোৰে পৰিলে পক্ষী অধিক হয় ডালে।
কত পক্ষী কত ডাল কোৱাহে সত্বৰে।

উত্তৰ :— ৩।৪।

১৭। দুই পোহাৰী হাটক যায়।
পথত মহাজন এটা পায়॥
বস্ত্ৰৰ দৰ এক কাৰণ কৰি।
দুয়োৰো লগে নাই কাৰণ ভৰি।
ই পোহাৰী বোলে তোৰ লগত দুশ যোল্ল কৰি॥
তিনি ভাগ কৰি দুভাগ দি মই লওঁ কাৰণ ভৰি।
সি পোহাৰী বোলে তোৰ লগৰ কৰি॥

দুই ভাগ কৰ মই লওঁ কাৰণ ভৰি।
কাৰ লগে কত কৰি আছে ॥
কায়স্থে গণি অঙ্কক পুছি।
কই পেলালে মনৰ খুছি ॥

উত্তৰ :—৮৫৬+৪২৪ = ১২৮০ কৰি।
৮৫২+৪২৮ = ১২৮০ কৰি।
(৮৫২—২১৬) = ৬৩৬।
৬৩৬ ৰ $\frac{২}{৩}$ অংশ = ৪২৪।

১৮। অৰণ্যত উচ্চ বৃক্ষ আছে এক ডাল।
লাগি আছে ফল অতি দেখিবলৈ ভাল ॥
ৰজাৰ পাইকে গৈলা কায়স্থ আনিতে।
এই বৃক্ষ দেখি সবে জিৰালা তহিতে ॥
তাৰে একজন গৈয়া বৃক্ষত উঠিলা।
অসংখ্য ফলক পাৰি তলত দমাইলা ॥
গণি চাইলা সাতকুৰি তেৰগোটা আছে।
বাকী সবে ফল পাৰি ভগাইলেক পাছে ॥
ভাগৰ অৰ্দ্ধেক ফল তাতে দমাইলেক।
কহিওক মুঠ ফল কত হইলেক ॥

ভাঙনী :—মুঠফল ১২৫৬ টা। [ পাইক সাতকুৰি। ইয়াৰ এজনে ১৪৪টা, বাকীবিলাকে ভাগৰ আধা দমাইছিল। ]

১২৫৬ টা
১৪৪ টা এজনে
১৩৯ ) ১১১২ টা ( ৮ টা
১১১২ টা

১৯। এক দিশে আছে পক্ষী এক জাক।
আন দিশে আছে আৰু এক জাক ॥
ইজাকে দুগুণ হব ডাকে তাৰ এটা।
সিজাকে কয়, বোলে সমান হওঁ আহা দুটা ॥
কত জাকে কত পক্ষী দিয়া বুজায়।
দুয়ো জাকৰ মুঠ পক্ষী কতেক হোৱয় ॥

উত্তৰ :—৫।৭ টা পক্ষী। মুঠ ১২ টা।

২০। এক কন্যাপতি আছে পৰম প্ৰধান।
তাহাৰ নগৰে আছে দুৱাৰ সাতখান ॥
আৰ কন্যাপতি মিত্ৰ কৰিবাক গৈলা।
এক দুই ক্ৰমে সৈন্য দুৱাৰে বঢ়াই থৈলা।
কহিওক কায়স্থ বাপু কত সৈন্য ভৈলা ॥

উত্তৰ :—১৩৭১৭৩৮ সৈন্য।

২১। ইন্দ্ৰৰ ভুবনে এক পাৰিজাত আছে।
দিনে লক্ষ কোটি পুষ্প ফুলে সেই গছে ॥
কোনে দিব পাৰে সেই ফুলৰ তুলনা।
এক এক পুষ্পৰ মূল্য লক্ষ তোলা সোণা ॥
নব টকা নব পোণ আৰু নব গণ্ডা।
খৰছ কৰিয়া তাক কৰ খণ্ডা খণ্ডা ॥
কাৰ্ত্তিক ময়ুৰ কায়স্থে কহে নিৰ্ণয়।
চাৰি যুগৰ পুষ্পৰ ধন কতেক হোৱয় ॥

উত্তৰ :—৯৯৯ঃ ৯৯৯৯৯৯৯৯৯৯৯০।৶ঃ৩ গণ্ডা × ৪৩২০০০০ ।

২২ । পিতৃ কৰ্জা দিয়াছিল পুত্ৰই নেজানে ।
উপস্থিত হল দ্বিজ তাৰ বিদ্যমানে ॥
মুনফা সমেত টঙ্কা হিচাব ঠাৱৰি ।
টঙ্কা প্ৰতি এক পাই দৰমহা ধৰি ॥
গণিপিতি টঙ্কা পাঞ্চশত দিলা ।
কতনো টঙ্কা পিতৃ কৰ্জা দিয়াছিল ॥

উত্তৰ :—৪৯৭ ।৵৪ পাই ।

—[ কাৰ্ত্তিক ময়ুৰ কায়স্থ লিখা ]

২৩ প্ৰশ্ন :—হৰি হৰ চক্ৰে যে বীৰ উপজিল ।
তাপিত কৰ্ণৰ বাপে ॥
হুতাশন হক্ৰে যে বীৰ উত্তৰিল ।
সে বীৰ পৰিল কমন বিপাকে ॥

উত্তৰ :—সৰ্ব্বোধৰাধৰ তা ধৰ তাহে ।

অলি বাহন বাহন হামু গৈও ॥
শশী বাহন বাহন ঠেকে কৈও ।
পবন সুতাসুত ভাঙ্গি গৈও ॥
ৰবি সুত মম কৰ লাগি বৈও ।

অৰ্থাৎ—কলহ, কলহৰ কাণ ।

২৪ । ভোজন কৰাইয়া ৰাজ আসনে বসিলা ।
বিশ পোণ কৰি চল্লিক বিপ্ৰক দান দিলা ॥
আচাৰ্য্যক পোণ পোণ ভট্টাচাৰ্য্যক বুৰী ।
চক্ৰবৰ্ত্তীক চাৰি কৰা মিলাই দিয়া কৰি ।

২৫। অঙ্কৰ নিয়ম চৌদিশ লিখা।
তৃতীয় তৃতীয় দিয়া পঞ্চ ঠাই।
দ্বৌ চাৰিও তত আনি মিহলাই ॥
অষ্ট গিৰি বৰ তৃতীয় পুৰাণ।
এহিটো পাৰ্ব্বতীৰ কণ্ঠস্থ চন ॥

২৬। লাড়ু মিঠাই যি কৰে দান।
দৰ বান্ধি দিব বিষম প্ৰমাণ ॥
উন সংখ্যাৰ দৰক একুন কৰ।
তাহাক গণিয়া মনুষ্য ধৰ ॥
দৰৰ ভাগে মানুহ পূৰি।
লাড়ুক বুজহ একুন কৰি।

উত্তৰ :—৯ লাড়ু।

২৭। এক গোন্ত ত্ৰিপথ গামিনী।
সপ্ত ঘাটে পিয়ে পানী ॥
ন গছত বান্ধি থয় আনি।
তেৰ গুৱালে ভাগে ডুবে।
কত গছৰ তলে শুৱে।
এক গুৱালে ডুবে কত।
হিচাব কৰিয়া দেখ।

উত্তৰ :—৮১৯ পাই, প্ৰতি পথে ২৭৩, প্ৰতি ঘাটে ১১৭, প্ৰতি গছৰ তলত ৯১; প্ৰতি গুৱালে ৬৩কৈ ডুবে।

২৮। অতি বিতোপন গছ নব লক্ষ পাত।
দিনে প্ৰতি সৰে তাৰ নব শত পাত ॥

কোবাহে কায়স্থ বাপু গণনা কৰি।
কিমান দিনত অস্ত হব সৰ্ব্ব পত্ৰ সবি ॥

উত্তৰ :—১০০০০ দিন।

২৯। সাত ঘৰ গৃহস্থৰ শতেক টকা।
বাটি দিয়া নকৰিবা শঙ্কা ॥

উত্তৰ :—১৪।১৭।৫ দ্বীপ।

৩০। অষ্ট টকাৰ গৰু গোট বাইশ শগুণে খাই।
কত কৰি গাৰে পৰে দিওক বুজাই ॥

উত্তৰ :—।/১৬।৫ কত্ৰ।

৩১। কত যোবাহে এক শ ভাই,
আমিতো এক শ নহয়।
আছিলোঁ যিমান আছিবো সিমান।
তাৰে অৰ্দ্ধ তাৰে অৰ্দ্ধ পায়।
তোৰে সৈতেহে এক শ ভাই।

উত্তৰ :—৩৬টা।

৩২। বৌ পাছ পাছ ব্ৰাহ্মণ তিনি জন।
পাছ কাৰণ মাছত ব্ৰাহ্মণ কত জন ॥

উত্তৰ :— ৩৮৪০ জন।

৩৩। এক গিৰিৰ দশ ভাই।
থলিত আছে 'এক শ' গাই ॥
পোণক দ্বশে হবি যত পায়।
সমানে নেপায়, বাকীয়ে ভাগ নলয় ॥

উত্তৰ :—২ জনে ভাগ নলয়।

৩৪। পিতৃ-শ্ৰাদ্ধ হেতু, শত ৰূপ দিলে মহাজন।
দক্ষিণা কৰিবলৈ বুলিলে বচন ॥
দক্ষিণা কৰিবা এক শত বিপ্ৰ আনি।
উত্তম, মধ্যম প্ৰাকৃত বিপ্ৰ জানি ॥
তিনি ৰূপ উত্তমক দান কৰিও।
মধ্যম জনক এক আধেলীক দিও ॥
প্ৰাকৃতক যে চাৰি পোণ কৰিবা যে দান।
এক শত ৰূপ ভগাঁই কৰিবাহা মান ॥
এহিমতে লক্ষ বিপ্ৰ গণিবলৈ পাৰি।
ভিন্ন দৰ হোৱে যদি ভিন্ন দৰ কৰি ॥

ভাঙনী :—মহাজনক পাছে দূতে কৰিলে সম্মান।
উত্তম ২৪ জন বিপ্ৰক আনিলা।
তিনি ৰূপ কৰি তাসম্বাক দান দিলা ॥
৭২ ৰূপ গৈলা তাহাক জানিলা।
মধ্যম বিপ্ৰক পাছে মাতিয়া আনিলা ॥
আধেলী কৰিয়া তাসম্বাক দান দিলা।
ওঠৰ ৰূপত জানা ৩৬ বিপ্ৰ গৈলা ॥
পাছে প্ৰকৃত বিপ্ৰ আছিলেক যত।
৪০ জন বিপ্ৰ গৈলা ৪ যে পোণত ॥
১০ ৰূপ গৈলা তাত নিশ্চয় জানিবা।
এহি মতে দূতে যায় দক্ষিণা কৰিলা।

৩৫। এক শত ফল এক নৃপতিক দিলা।
উত্তম, মধ্যম, হীন এক শত হৈলা॥
পাছে তাৰা সবে আনি আগ কৰিলেক।
উত্তমক দুই গোটা ফল দিলেক॥
মধ্যমক দেৰ গোট ফলক যে দিলা।
প্ৰাকৃত জনক আদ্‌খান মাত্ৰ দিলা॥
কোৱাহে কায়স্থ সব স্থিৰ কৰি মন।
উত্তম, মধ্যম, প্ৰাকৃত কত জন॥

ভাঙনী :—কায়স্থ বোলয় শুনিও মহাজন।
এক শত ফল কিনি লোৱ. এতিক্ষণ॥
বাণে দিয়া সেহি অঙ্ক হৰি পেলাওক।
যত অঙ্ক পায় তিনি বিধ কৰিওক॥
শেষ ভাগ তিনি দিয়া পূৰিবা নিশ্চয়।
একত্ৰ কৰিলে তাতে মনুষ্য ওলায়॥
দৰে দৰে ভাগত যে পূৰি চাহিওক।
একত্ৰ কৰিয়া তাতে ফল বুজিওক।
এহিমতে যত তত দ্ৰব্যক জানিওক।
এহিমতে বুজি লবা নাহি সংশয়োক॥

উত্তৰ :—উত্তম ২০, মধ্যম ২০, প্ৰাকৃত ৬০।

৩৬। ইন্দ্ৰৰ ভুবনে আছে কমলেক বন।
ভ্ৰমৰাই মধু খাই এক শত বিশ মোন।
মাহা পৰিমাণে মধু কুসুমত পায়।
ভ্ৰমৰাই মধু দেৰ ৰতি কৰি খায়॥

কহিয়ো কায়স্থ সব অঙ্কৰ যে মূল।
কতেক ভ্ৰমৰ ভৈলা কতেক যে ফুল ॥
কায়স্থে বোলয় সবে শুনা মন কৰি।
চল্লিশ সেৰে মোণ জানা নিষ্ট কৰি ॥
আশী তোলায় সেৰ জানিবা নিশ্চয়।
চাৰি মাহায় তোলা জানিবা নিশ্চয় ॥
৯৬ ৰত্তিয়ে তোলা জানা মহাশয়।
পূৰ্ব্বে মহাজন সবে কহিয়া আছয় ॥
এক শত আঠচল্লিশ শত পূৰিবাহা।
আশী অঙ্কে পূৰি তাতে তোলা জানিবাহা ॥
চাৰি দিয়া পূৰিলাত মাহা তাতে হয়।
পুষ্পক বুজিবা তাতে নাহিকে সংশয় ॥
ষোড়শ অঙ্কত সেই পুষ্পক যে পূৰিবা।
ভ্ৰমৰা যতেক হয় তাতে লিখি পাইবা ॥
ভ্ৰমৰাত এক কাৰণ দুই চোক পূৰিবা।
ৰত্তিক জানিবা তাতে জানা নিষ্ট কৰি ॥

উত্তৰ :—১৫৩৬০০০ ফল, ২৯৫৭৬০০০ ভ্ৰমৰ,
৩৬৮৬৪০০০ ৰত্তি।

৩৭। মৎস্যৰ গৃহত আছে পাণ্ডুৰ নন্দন।
সহদেৱ নাম তাৰ বল নোহে সৰি ॥
একপাল গৰু চাৰে মহা লালা কৰি।
এক দিনা চোৰে পাছে দেখিলা তহিত ॥
চুৰি কৰি গৰু নিলা পাল সমন্বিত।
গৰুৰ সংখ্যাক আবে শুনা মহাশয় ॥

পচিশ হাজাৰ জানা বলদ নিশ্চয় ।
তেইশ হাজাৰ গাই জানা মন কৰি ॥
বত্রিশ হাজাৰ বৎসই আছে দুগ্ধ খাই ।
যেন মত দৰ তাক শুনা অভিপ্রায় ॥
বলদৰ দহৰূপ ধেনুত পাক লৈবা ।
বোকন্দাত দুইৰূপ তাহাত জানিবা ।
বৎস সকলত জানা তিন শিকা কৰি ।
কতনা ধনৰ গৰু নিলে চুৰি কৰি ॥
কহিও কায়স্থ সব কিতাপত চাই ।
গৰুৰ ধনৰ সংখ্যা দুয়োকো বুজায় ॥

উত্তৰ :—একলাখ গৰু, ৪৪৪০০০ টকা, [ পাণ্ডুপুত্র সহদেৱ আদি পঞ্চ ভ্রাতাই অজ্ঞাত বনবাসৰ সময়ত মৎস্য-দেশৰ অধিপতি বিৰাত ৰজাৰ ঘৰত গৰু ৰখি জীৱিকাৰ উপায় কৰিছিল। দুখৰ কথা সেই অৱস্থাতো সহদেৱৰ হাতৰপৰা গৰুবোৰ চোৰে চোৰ কৰি নিছিল । ]

৩৮। পাছ টকা কৰি হস্তীক কিনিবা ।
আধেলী কৰি ঘোৰাত
এক শিকা কৰি ছাগল কিনিবা ।
কহিলো ইহাৰ তত্ত্ব
কুৰি গোটা টকাই কুৰি গোটা জন্তু ।
কিনিয়া দিও ইহাক ।

জাওনী : মহাজনে বুলিলেক হাতী তিনি গোট, পোন্ধৰ ৰূপত। তিনি গোটা ঘোঁৰা পায় তিনি আধেলীত ।

চৈধ্যতা সিকিত যে চৈধ্যতা ছাগল।
কহিলোঁ ইহাক নহৈবা পাগল।
এইদৰে ধন বস্তু লৈওক
কহিলোঁ নাহি সংশ ।

৩৯। এক ডাল তেতেলীৰ ন কোটি পাত।
অৰ্দ্ধেক পলোত তাৰ সৰে এক পাত॥
কহিও কায়স্থ সব কিতাপত চাই।
কতদিনে তেতেলীৰ পাত সৰয়॥
৬০ নিশ্বাসত পল নিশ্চয় হোবয়।
পলে দুই পাত সৰে নাহিকে সংশয়॥
৬০ পলে এক দণ্ড নিশ্চয় জানিবা।
দ্বিগুণ কৰিয়া তাতে পত্ৰ লিখা পাইবা॥
ছয় কুৰি পত্ৰ জানা দণ্ডত সৰয়।
৬০ দণ্ডে দিন ৰাতি নাহিকে সংশয়॥
এক দিবসৰ পত্ৰ লিখা পাইলে।
সাত যে হাজাৰ দুই শত লিখা পাইবা॥
সেহি দিবসৰ অঙ্ক ত্ৰিশ দিয়া পূৰি।
মাসেক জানিবা তাতে জানা নিস্ত কৰি।
মাস দিবসৰ পত্ৰ তাতে লিখা পাইবা।
দুইলক্ষ ষোড়শ হাজাৰ অঙ্ক পাইবা॥
বৎসৰৰ পত্ৰ যদি বুজিবলৈ চোৱা।
সাতশ যে হাজাৰ দুইশত অঙ্ক লোৱা॥
তিনি শ ষাঠী দিয়া তাতে পূৰিওক।
পচিশ লক্ষ বিৰানব্বৈ সহস্ৰ জানিওক॥

কিতাপত চাই আৰ প্ৰমাণ লওক।
চৌত্ৰিশ বছৰ আঠ মাহ জানিবা ॥
আৰু কুৰি দিবস সে তাতে বুজিবাহা।
সেহি ন কোটিত দিবস অঙ্কে হৰি।
শেষ অঙ্কে বৎসৰ মাহ দিবস যে কৰি ॥
তিনিশ ষাঠী দিয়া হৰিয়া চাহিবা।
শেষ অঙ্কে বৎসৰ মাহ দিন লিখা পাইবা॥

উত্তৰ :—১২৫০০ দিন।

৪০। এক সদাগৰৰ সে এক শত গাই।
এক দুই সেৰ ক্ৰমে ক্ষীৰ বাঢ়ি যায় ॥
কিতাপত চাই কোৱা কতেক যে হৈলা।
মহাজনে কায়স্থেও বচন যে বুলিলা ॥
হেন শুনি কায়স্থে যে মনে গুণিলন্ত।
একশত গাইৰ সংখ্যা তেখনে লইলন্ত ॥
এক উণ কৰি পাছে তাহাক অৰ্দ্ধাইলে।
অৰ্দ্ধভাগে এক শত অধিক কৰিলন্ত ॥
পাছে সেই অঙ্ক খানি অঙ্কে পূৰিলন্ত।
শতেক জুৰিয়া তাতে সেৰক পাইলন্ত ॥
সদাগৰে যদি গাই একদিনে দুখে।
একশত গাইৰ ক্ষীৰ কত মোণ হোৱে ॥

উত্তৰ :—১২৬/ মোণ দহ সেৰ।

৪১। এক সদাগৰে পাইকোক বাৰে।
এক দুই কৰি ক্ৰমে কৰিক যে লৰে।

মাস দিনৰ কৰি কতেক যে পায়।
তাহাক গণিয়া কহ কায়স্থ যে ভাই ॥
শুনিয়া কায়স্থ—পাছে মনে গুনি চাইলা।
ত্রিশ দিন আনিয়া এক দিন যে এৰিলা ॥
তাৰ অৰ্দ্ধভাগ লৈয়া একাধিক কৰি।
উনত্রিশ দিবসত সেহি অঙ্কে পূৰি ॥
একত্র কৰিয়া তাতে ত্রিশক জুৰিবা।
সেহি থানি কৰা বুলি মনত জানিবা ॥
এহিমতে প্রতি মাসে বুজিবাক পাৰি।
কিতাপত চাই আক বুজা নিস্তে কৰি ॥
বৎসৰত এহি মতে বুজিবা নিশ্চয়।
কহে চূড়ামণি আক শুনিও নিশ্চয় ॥
ইটো কথা এহিমানে সংহৰিয়া থওঁ
শুনা যেন অঙ্ক ভৈলা তাৰ কথা কওঁ ॥

উত্তৰ :—মাহে ৪৬৫ কৰি।

৪২। অগাধ শাস্ত্ৰৰ কথা বুজিব নোৱাৰি।
মহাজন সবে আক পূৰ্ব্বে আছে কৰি ॥
প্রতিমা পূজিবে প্রতি বোলে যিবা জন।
ঘাটে প্রতি প্রতিমাক স্থাপিলে তেখন ॥
প্রতিমা যতেক হয় পুষ্প তত লৈবা।
অনুক্রমে সেই অঙ্ক অৰ্দ্ধাইয়া আনিবা ॥
যতেক প্রতিমা হোৱে তেতি ভাগ কৰি।
একত্র কৰিয়া তাক বুজা শীঘ্র কৰি ॥

প্ৰতিমা প্ৰথমতে প্ৰমাণ কৰি দিবা।
শেষ অঙ্ক খানিক যে দুগুণ কৰিবা
এহি অনুক্ৰমে প্ৰতি প্ৰতিমা পূজিবা।
পুষ্প প্ৰতিমাতে তাতে নিশ্চয় জানিবা ॥
যত মূৰ্ত্তি পূজিবাক বোলয় যিবাজন।
ততিভাগ কৰিবাহা নিশ্চয় বচন ॥

[—১৭৮৪ শকত (কপি কৰা)]

উত্তৰ :—৪ প্ৰতিমা ৪ ফুল।

৪৩। এক মহাজনে সাতকাৰণ যোল্ল কৰি দিলা।
সাত কাৰণ যোল্লফল আনিবে বুলিলা ॥
জোৰ তাগোলত তিনি কৰা কৰি জান।
কোমলৰ জোৰত যে দুই কৰা জান।
এক কৰা কৰিত যে চাৰিপাত পান।
কাত কিবা কৰি ফল কহিও নিয়ম ॥
শুনিয়া কায়স্থে পাছে মনে গুণি চাইলা।
দুই তিনি এহি ক্ৰমে অঙ্ক যে পাতিলা ॥
এক দুই চাৰি এক অঙ্ক জ্ঞান ভৈলা।
অনুক্ৰমে শাৰীত পাতিয়া তাক লৈলা ॥
দুই ফালে ফল কৰি পাতিয়া যে লৈবা।
মধ্য অঙ্ক দিয়া কাৰণৰ ফলক জানিবা ॥
এক কাৰণ দুই পোণ তেৰ গণ্ডা জান।
আৰু চাৰি কণ্ঠ তাতে অঙ্কৰ প্ৰমাণ ॥
বাম ফালে ফল ধৰি, দক্ষিণত কৰি লৈবা।
দুইফালে ফল পূৰি ৰূপক জানিবা ॥

উত্তৰ :—[ টোকা ]

| ফল | তামোল | কৰা | কৰা |
|---|---|---|---|
| ১৪৯৬ ( জোৰ ) | ২ | ৩ × ১৪৯৬ | ৪৪৮৮ |
| ১৪৯৬ ( জোৰ কোমল | ১ | ২ × ১৪৯৬ = | ২৯৯২ |
| ৫৯৮৪ ( পান ) | ৪ | ১ × ১৪৯৬ = | ১৪৯৬ |
| ৮৯৭৬ ফল | | | ৮৯৭৬ কৰা |

৪৪। এক বৃক্ষে ফল আছে হাজাৰ বিশেষ।
খাইবাক লাগি পক্ষী পাইলা আদেশ ॥
পঞ্চগোট কৰি ফল খাইলেক কাকে।
তাৰ অৰ্দ্ধ কৰি ফল খাইলেক শুকে ॥
তাৰ অৰ্দ্ধ কৰি ফল খাইলেক টীঁয়া।
কোনে কত ফল খাইলে তাৰ জোখ দিয়া ॥
শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
আঠগোট তিনি চোক ফল ভাগে পাইলা ॥
সমস্তকে আনি তাতে দৰে দি হৰিলা।
লব্ধ অঙ্ক খানিক যে ত্ৰি ভাগ কৰিবা ॥
হৰিলাত অঙ্ক যতেক যে ৰহিলা।
পক্ষীৰ প্ৰমাণ ফল তত যে জানিবা ॥
একত্ৰ কৰিয়া তাত পক্ষী বুজিবাহা।
দৰে দৰে পূৰি তাতে ফল পাইবাহা।
তিনি শত তিয়াল্লিশ শ জানিবা নিশ্চয়।
এহিমতে বুজি লবা নাহিকে সংশয় ॥

উত্তৰ :—[ টোকা ]

| ফল | | পক্ষী |
|---|---|---|
| ১৯৬০০—— | ৫— | ৩৯২০ |
| ৯৮০০—— | ২॥— | ৩৯২০ |
| ৪৯০০—— | ১।— | ৩৯২০ |
| ৩৪৩০০ ফল | ৮৸ | ১১৭৬০ পক্ষী |

৪৫। গৰুৰৰ পুত্ৰ আছে নাম যে সম্পাটি।
তাহাৰ শৰীৰে পাখা আছে নবকোটি॥
সূৰ্য্য মণ্ডলক লাগি উৰাও বুলিলা।
দেখি সূৰ্য্যদেৱে অগ্নিবান পৰশিলা॥
শৰীৰত অগ্নিবাণ পৰিলেক আসি।
কতদিনে পূৰে তাৰ নবকোটি পাখি॥
কহিও কায়স্থ সব কৰিয়া সত্তৰ।
দুইদণ্ড পচিশ পলে পূৰে এক পাখি॥

উত্তৰ :—১০০৬৯ বছৰ ৫ মাহ ১০ দিন।

৪৬। এক পুখুৰীৰ আবে শুনিও কাৰণ।
চাৰি দিশে আছিলেক চাৰি গোটা জান॥
এক জান মেলি দিলে প্ৰহৰে শুকায়।
আৰু জানে দুই প্ৰহৰে পানী নাথাকয়॥
তৃতীয় প্ৰহৰে তিনি জানোত বুজিবা।
আৰু জানে চাৰি পৰে তাতে বুজি লৈবা॥
পাছে একে লগে মেলি দিলা চাৰি জান।
কতবেলি পানী গৈলা কহিও প্ৰমাণ॥

শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
ত্রিশদণ্ডে দিনমান নিশ্চয় জানিবা॥
এক দুই তিনি চাৰি ভাগাংশ জানা।
এহি অঙ্কে দিবসক হৰিয়া লৈবেক॥
হৰিলাত অঙ্ক জানা যতেক যে হয়।
সেহি খানি অঙ্কে জানা পুখুৰী শুকায়॥

উত্তৰ :– ৩ $\frac{১}{২}$ দণ্ড সময়।

৪৭। এক কথা শুনি আছোঁ লোকৰ মুখত।
বোৱাৰী কহিলা পাছে শহুৰ আগত॥
লিখিওক কত তাৰা আছে স্বৰগত।
হাত হই মানে তুমি তাক লিখা কৰা॥
এহি বুলি বোৱাৰী কহিলা শহুৰ আগত।
তাক কোনে লিখিবেক মনুষ্য লোকত।
সকল স্বৰ্গক দেখোঁ শূন্যময় দেখি।
তাহাৰ তাৰাক কোন জনে দিব লিখি॥
পৃথিবীৰ বালিত যত হোৱয় কণিকা।
তাক নো কোনে লিখি কৰি দিব সংখ্যা॥
প্ৰথমতে শুনা কহোঁ স্বৰ্গ সাতখান।
কোণে কত আছে তাৰ জানোহো প্ৰমাণ॥
ভূলোক শুনিয়াছো স্বৰ্গ এক খান।
ধ্ৰুবলোক তাৰ অৰ্দ্ধে কৰিছে নিৰ্ম্মান॥
স্বলোক শুনিয়াছোঁ স্বৰ্গ তৃতীয়েক।
মহৰ্লোক নামে স্বৰ্গ চতুৰ্থে লইওক॥

জনলোক, তপলোক আত অনন্তৰে ।
সত্যলোক শুনিয়াছোঁ সবাৰো উপৰে ॥
সকল স্বৰ্গোক কোনে কহিবোক ।
এক কথা কহিয়াছে তাক শুনিওক ॥
আঠাৰয় হাজাৰ কোটি সংখ্যা যে বিংশতি ।
এহিমতে সহস্ৰেক লিখিবা সম্প্ৰতি ॥
ষাঠী সহস্ৰেক এহিমতে লিখা কৰি ।
পাছত কহিবাহা একত্ৰ কৰি ॥
যত খানি অঙ্ক হোৱে তত গোট লইবা ।
এহিমতে স্বৰগৰ তাৰাক গণিবা ॥
ইটো কথা এহিমানে সংহৰিয়া যওঁ ।
ৰুদ্ৰহৰ আদি যত তাৰ কথা কওঁ ॥

উত্তৰ :—৪০৬০০০০০০১৬৮০০০০০০০ সাত স্বৰ্গৰ তাৰা ।

৪৮ । অবলা আছিল এক ৰজাৰ জীয়াৰী ।
চিঙি গল তাহাৰ যে কণ্ঠে থাকা হাৰী ॥
দুই ফালে দুই চটা চিঙি যে পৰিলা ।
মাকত কান্দিয়া আসি কবলৈ ধৰিলা ॥
ৰজাৰ জীয়াৰী বায়স্থত ধৰিলেক ।
হাৰ গাণ্ঠি তেবে দিয়া লৰিলেক ॥
কহিও কায়স্থ সব ইহাৰ তত্ত্ব ।
কন্যাৰ হাৰক গাণ্ঠিলাহা কেনমত ॥
কায়স্থে বোলয় ইহাৰ শুণিও কাৰণ ।
বত্ৰি পাঞ্চ ঠাই আনি কৰিবা স্থাপন ॥

সেহি পংক্তি চাৰি ঠাই ধাতুক যে লৈবা।
অভেদ্য কৌশলে কন্নক স্থাপণ কৰিবা ॥
পুনু বহ্নি দিয়া তাক পূৰিবা নিশ্চয়।
কণ্ঠে থাকা হাবৰ কথা 'কুসুমকায়স্থে' কয় ॥

**উত্তৰ :**— ১০৬৯৬৫৬ হাবৰ মনি।

৪৯। এক মহাজনে মাহ মেলি দিলে যত পুৰা।
যত দিনে, যত মাহ, খাইলে যত ঘোঁৰা ॥
দিনে ঘোঁৰা এক কৰি মাহক হৰয়।
লব্ধ অঙ্কে ভাগে ভাগে পূৰি লৈবি তই ॥

**উত্তৰ :**—৯০০ দিন, ৯০০ ঘোঁৰা, ৯০০ পুৰা মাহ।

৫০। আশী হাতত এক পক্ষী যে আছিল ॥
দণ্ডত আঙুল আহে তাক ভু পাইলা।
কোৱাহে কায়স্থ—ভাই কিতাপত চাই ॥
কতদিনে পক্ষী গোট ভূমিত নাময় ॥
শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
৮০ হাতক পাছে ২৪ ৰে পুৰিলা ॥
আঙুল বুলিয়া তাক জানিবা নিশ্চয়।
দণ্ড বুলি তাকে কহা নাহিকে সংশয় ॥
৬০ দিয়া হৰি তাক দিন যে কৰিবা।
৩০ দিয়া হৰি তাক মাস যে ধৰিবা ॥
শেষ অঙ্ক খানিক যে দিবস লয়।
যত মাহ যত দিন জানিবা নিশ্চয় ॥

**উত্তৰ :**—১ মাহ ২ দিন।

৫১। এক সদাগৰৰ দহ গোট গাই।
দুই চাৰি অনুক্ৰমে ক্ষীৰ বাঢ়ি যায়॥
শুনিও কায়স্থ আবে ইহাৰ কাৰণ।
একাধিক দশ অঙ্ক কৰিবা স্থাপন॥
পুনঃ দশ অঙ্ক লৈয়া তাহাতে পূৰিবা।
দহ ধনুৰ যত ক্ষীৰ তাতে লিখা পাইবা॥

উত্তৰ :—১১০ সেৰ।

৫২। পুনু একজনে গাই চৈধ্য গোট ডুবে।
তাৰো দুই চাৰি ক্ৰমে ক্ষীৰ বৃদ্ধি হোৱে॥
পঞ্চদশে চতুৰ্দশে তাহাতে পূৰিবা।
সমস্ত ক্ষীৰক তুমি তাহাতে জানিবা॥
এহি মতে যত যত অঙ্কক ধৰয়।
একাধিকা কৰি পূৰা নাহিকে সংশয়॥

উত্তৰ :—২১০ সেৰ।

৫৩। এক নৰেশ্বৰে সদাগৰক বুলিলা।
বাণিজ্যক লাগি কিছুমান ৰূপ দিলা॥
৭শ ৭৭টি ৰূপ লিখিলন্ত।
জ্যেষ্ঠ মহা দৈ আহি শূন্যক দিলন্ত॥
৭ যে হাজাৰ ৭৭ ৰূপ জানি।
আৰু এক মহা দৈ শূন্য দিলে আনি॥
সত্তৰি হাজাৰ সাত শ সাত জান।
কনিষ্ঠ ভাৰ্য্যায়ে দেখিল বিদ্যমান॥
তেসম্বেও আনি এক শূন্য দিলা।
পাছে সদাগৰে তাক মনত গুনিলা॥

কহিও কায়স্থ সব ইহাৰ প্ৰমাণ।
কোনে কত মান দিলা কহিওক ধন॥
হেন শুনি কায়স্থে যে মনে গুনি চাইলা।
পৃথকে পৃথকে পাছে ৰূপক যে লৈলা॥
সাত লাখ সাত হাজাৰ সত্বৰক জানি।
মুঠ ৰূপ এই খানি মনে লৈবা মানি॥
তাহাকে উপৰ কৰি অনুক্ৰমে দিলা।
সেহি অঙ্ক দিয়া সেহি ভাগক কাটিলা।
পৃথকে পৃথকে তাৰ ৰূপ পৰিমাণ।
কিত্তাপত চাই আৰ লওক প্ৰমাণ॥

উত্তৰ :— ৭৮৫৬৩১ মুঠ ৰূপ।

৫৪। আত অনন্তৰে পাছে যেন কথা ভৈলা।
যি মতে তেস্কৰ গনে ৰূপক যে নিলা॥
চাৰি চোৰে চোৰ কৰি ৰূপক আনিলা।
সেহি ধন আনি পাছে এক চোৰে থৈলা॥
বোলে আমি যেতিয়া আসিয়া লিও ধন।
এক ৰূপ টোক দিম বুলিলোঁ বচন॥
এহি বুলি চাৰি চোৰে গৃহক গৈলন্ত।
পাছে এক চোৰে তাক আসিয়া ভৈলন্ত॥
সেহি ৰূপ খানিক যে চাৰি ভাগ কৰি।
তিনি ভাগ থৈলা তাতে একত্ৰ যে কৰি॥
বেছি এক ভৈলা তাক চোৰক দিলন্ত।
পাছে আৰ এক চোৰ আসিয়া ভৈলন্ত॥

সেহি মতে লিও ভাগ কৰিয়া যে থৈলা।
অধিক ৰূপক পাছে চোৰক যে দিলা ॥
এহি মতে চাৰি আহি চাৰি দিন ভৈলা।
চাৰিজনে চাৰি ৰূপ চোৰক যে দিলা ॥
পাছে চাৰিজনে একলগে আসিলন্ত।
সমকৰি চাৰিজনে ভগাই নিলন্ত ॥
তাতো এক ৰূপ আসি অধিক যে ভৈলা।
চুৰিক যে দিয়া ঘৰাঘৰি সবে গৈলা ॥
কহিও কায়স্থ সব স্থিৰ কৰি মন।
কতখানি আছিলেক তাহাৰ যে ধন ॥
হেন শুনি কায়স্থে যে মনে গুনি চাইলা।
চাৰি অঙ্ক প্ৰথমতে স্থাপন কৰিলা ॥
পুনঃ চাৰি দিয়া তাক পূৰিয়া চাহিওক।
আৰু বেদে পূৰি চৌষষ্ঠি লৈওক।
পুনৰ্ব্বাৰ সেহি অঙ্ক চাৰি দি পূৰিবা।
দুশ ছাপন্ন অঙ্ক তাতে লিখা পাইবা ॥
পুনু বেদে পূৰি তাতে ৰূপ জানিওক।
তিনি অঙ্ক ধৰি তাতে প্ৰমাণ লওক।
এই অনুক্ৰমে চোৰৰ ধন সংখ্যা জান।
কিতাপত চাই চিতি লোৱাহে প্ৰমাণ ॥

উত্তৰ :—১০২১ টকা। গাইপতি—২৫৫ টকা।

৫৫। এক মহাজনে ৰূলে বাওনাৰ শাৰী।
বাওনা আছিল তাতে অযুত যে শাৰী ॥

শাৰীত আছয় অযুতেক ডাল।
নৱপোশ কৰি লাগে জানা তাৰ ডাল ॥
এক এক বাঙনাত নৱ কৰা কৰি।
কতনো বাঙনা ভৈলা, কত ভৈলা কৰি ॥

উত্তৰ :—৭২০০০০০০০০০ কৰি।
৮০০০০০০০০০ বাঙনা।

৫৬। আৰু এক খৰিদৰ শুনিও কাৰণ।
কাৰণৰ আছিলেক দ্ৰব্য এক থান ॥
দুই জনে তাহাক যে কিনিবাক গৈলা।
কাৰণত কৰা বুলি দুহাত লভিলা ॥
দুয়োজনে কিনিবাক মন কাৰ আছে।
মনত আলচ দুয়ো কৰিলন্ত পাছে ॥
দুয়োজনে কিনিবা কাৰিক যে তিনি ভাগ কৰি।
দুয়োজনে কৰিক তিনি ভাগ কৰি ॥
তাৰ এক ভাগ পাইলে কিনিবাক পাৰি।
পাছে এক জনে তাৰ দ্ৰব্যক কিনিলা।
কায়স্থে এহি খানি কথাক সুধিলা ॥
কোন্না কাৰ কতমান আছিলেক কৰি :
ইহাক চাহিয়া মোত কহা শীঘ্ৰ কৰি ॥

ইহাৰ ভাঙনী শুনা আতপৰে :—

দুয়োভাগে তিনিভাগ কৰিক যে ধৰে।
এক ভাগৰ আবে শুনিও কাৰণ।
এহি খানিৰ ভাগ তাৰ কৰিৰ যে মান ॥

সপ্তদশ গণ্ডা ছয় পোণ জানিওক।
তাৰে এক কৰা কৰি তাহাতে লৈওক
এক ভাগ কৰি এহি খানিক যে জান।
অপৰ ভাগক আবে লৈওক প্ৰমাণ।
দেৰপোণ চৈধ্য গণ্ডা এক কৰা জান॥
সেহি খানি সিও ভাগ লৈওক প্ৰমাণ॥
আৰু এক কথা কহোঁ তাক শুনিওক।
বিষম অঙ্কৰ গতি ভাবিয়া লৈওক।

উত্তৰ :—৪৭.৫২ কৰা।

৫৭। এক গৃহস্থৰ আছিলেক দুই ভাই।
একে লগে আছে দুইৰো দশ গোট গাই॥
পাছে দুয়ো সেই গাই ভগাই যে লৈলা।
পাঁচ গোট কৰি গাই ভাগত পৰিলা।
ক্ষীৰত বিষম তাৰ জানিবাহা সাৰে॥
ভাবিয়া চাহিও কোন গাই কাত পৰে॥
তিনি গোটা গাইৰ ক্ষীৰ আঠ ভাৰা কৰি।
পাছ ভাৰা কৰি তিনি গাইত যে ধৰি।
তিনি ভাৰা কৰি তিনি গাইত যে জানা।
দুই ভাৰা এক গাইত লৈওক প্ৰমাণ॥
এহি দশ গোটা গাই জানিবাহা সাৰে।
ভাৰাত সমান কৰি দিওক সত্বৰে॥
ইটো কথা এহিমানে সংহৰিয়া থওঁ।
টকা পঙ্কৰ কথা শুনা তাক কওঁ)

উত্তৰ :—

| | | |
|---|---|---|
| ( টোকা ) | ১ নং——২ ভাৰা | ২ নং—৩ ভাৰা |
| | ৫ ,,——৫ | ৩ নং—৩ ,, |
| | ৬ ,,——৫ | ৪ নং—৩ ,, |
| | ৭ ,,——৫ | ৯ নং—৮ ,, |
| | ৮ ,,——৮ | ১০ নং—৮ ,, |
| | ৫ টা গাই ২৫ ভাঁৰা ( ১ম ভাই ) | ৫ টা গাই ২৫ ভাৰা ( ২য় ভাই ) |

৫৮। টকা প্ৰতি চাৰি গণ্ডা আশীক যে জান।
ষাঠী গিৰিত আবে লওক প্ৰমাণ॥
পাছ গণ্ডা চাৰি কণ্ঠ ৰূপে প্ৰতি জান।
চল্লিশ গিৰিত আঠ গণ্ডা যে প্ৰমাণ॥
ত্ৰিশ গিৰিত কেনে তাক শুনিওক।
দশ গণ্ডা আঠ কণ্ঠ তাহাতে লৈওক॥
কুৰি গিৰিত ষোল্ল গণ্ডাত জানিবা।
টকাত তুলিয়া তাৰ প্ৰমাণক লইবা॥
কাহ্নণত তিনি শত কুৰি গণ্ডা জান।
গিৰি দিয়া হৰি তাক লইবাহা প্ৰমাণ॥
গিৰি হৰিলাত যেবে শেষ অঙ্ক ৰয়।
চাৰি দিয়া পূৰিলাত কৰ সেহি হয়॥
বত্ৰি দিয়া হৰি তাতে কণ্ঠক কৰিবা।
ষথা হৰি তাতে দহ লিখা পাইবা॥
ষোড়শ, দশ গিৰি মৌজ্ঞাত থাকয়।
এক গণ্ডা দিয়া টকাক গণিবা॥

ছয় শত চল্লিশগিৰি বুলি জানিয়া ধৰ।
টকাত পূৰিয়া যদি সেহি গণ্ডা হয়।
তাহাক চলাইলে গিৰিত পৰিব নিশ্চয়॥
টকা পঞ্চকৰ এহি ৰূপ জানিওক।
যত ৰূপ দিয়ে সেই ৰূপত তুলিওক॥
ছয় কুৰি গিৰি বুলি যদিবা ধৰয়।
তাৰ বিবৰণ কহো শুনা মহাশয়॥
দহকৰা দুই ক্ৰান্তি টকা প্ৰতি জান।
এহিমতে বাৰ কুৰি গিৰি যদি কোনো মৌজাত
থাকয়।
এক গণ্ডা চাৰি ক্ৰান্তি পুৰিবা তাহাতে॥
টকাত তুলিয়া তাক শীঘ্ৰে চাহিওক।
বাৰকুৰি গিৰিৰ যে প্ৰমাণ লওক॥
এহিমতে বুজি তাৰ প্ৰমাণ চাহিবা।
লক্ষ শত গিৰি এহি মতে ভাবি নিবা॥
নব্বৈ গিৰিৰ কথা শুনা আতপৰে।
তিনি গণ্ডা দুই কৰা চাৰি দন্ত ধৰে।
টকা পঞ্চকৰ কথা এহিমানে থওঁ।
আৰু যেন কথা ভৈলা তাৰ কথা কওঁ॥

**উত্তৰ :**—[ টোকা ]

| | |
|---|---|
| ১৬১০ গিৰি— | টকা—৫টা |
| ৬০০ ,, | টকা—৫টা |
| ১২০০ ,, | টকা—৫টা |
| ৪৫০ ,, | টকা—৫টা |

গোসাঁই পূজা অঙ্ক :—

৫৯। যত পুষ্পে পূজে দেব হৃবি।
সংখ্যা পুষ্পৰ লোৱা হিচাব কৰি॥
যত গোসাঁই তত পাতা ভাগ।
একুন কৰি ধোৱাত, দুগুণ হোৱে তাত।
সমান পুষ্পে পূজে যথাক্ৰমে।
গোসাঁইৰ সংখ্যাক পূজে অনুক্ৰমে॥
উত্তৰ :—১৫ টা ফুল।

৬০। দ্ৰব্য কিনিবাক প্ৰতি যাই দুই জন।
প্ৰব্যৰ দৰ লাগে এক এক কাৰণ॥
একৈকে নোৱাৰে কাওনে ভৰিবাক প্ৰতি।
দুয়ো মিলি কিনিবাক লাগয় সম্প্ৰতি।
তাৰ নেত্ৰ ভাগৰ ভাগকে আহি আৰ।
একৈকৰ কাৰণৰ পোণ হৈবে জানা সাৰ।
আটৰ অৰ্দ্ধ ভাগৰ ভাগে তাহাৰ ভৰে যায়।
কহ কায়স্থ কোনে কত লৈয়া যায়॥
ভাঙনী :—
মুনি গন পোণ পঞ্চ দশাধিক গণ্ডা।
আৰে তিনি ভাগৰ এভাগ লোৱা॥
যত পোণ তত গণ্ডা শুক ধিক পোণ।
আৰে অৰ্দ্ধখানি লৈলে ভৰয় তাৰ কাৰণ॥

উত্তৰ ;—৮১৬ গণ্ডা, ॥/১২ গণ্ডা [ ৮১৬ গণ্ডা+৶৪ গণ্ডা ]।

৬১। এক বনে আছে ফল অশেষ।
তাক গণি লোৱা পক্ষী সহ॥

পক্ষী ফলে লিখি আছে সত্তৰি হাজাৰ।
তিনি জাত পক্ষী আছে বিশেষ প্ৰকাৰ॥
গণিয়া পক্ষী ফল কৰা স্থিতি।
কহ দুগুণ কৰি অঙ্কৰ গতি॥
বসুৰে হৰি পুৰিবা বাণ ঊন।
নয়নে হৰিয়া ভাগে লৈবা অঙ্ক শেষ।

উত্তৰ : ( ২৩৭৩২, ৫৮৩৩, ৪৩৭৫ ) পক্ষী। ইয়াক একুন কৰি দুগুণ কৰিলে পক্ষী আৰু ফল ওলাব।

৬২। এক শ হাত উচ্চ বৃক্ষ অতি ভয়ঙ্কৰ।
তাৰ উৰ্দ্ধত আছিল দুইটা বান্দৰ॥
বৃক্ষ মূল থাকি এশ ক্ৰোশ আতৰত।
মাছ কাছ থাকা বিল আছিল দূৰত॥
স্নান কৰিবলৈ দুয়ো হাবিয়াস কৰি।
দুই পিনে জাপ দিয়ে লাফা লাফি কৰি॥
বৃক্ষ মূলে গই এক নামিল বিলত।
সিটিয়ে উলাহ মাৰি পৰিল বিলত॥
জাপ মাৰি তলে নামি একেলগে পালে।
মনৰ উচাহে দুয়ো ফল ফুল খালে।
কোৱাহে কায়স্থ ভাই কিতাপত চাই।
উচলৈ জাপ দিয়াই কত পথ যায়॥

উত্তৰ ;—২০ গজ।

৬৩। হেৰা কায়স্থ ভাই কৰাত ন মোণ বস্তু পায়।
সেৰত তাৰ কত মূল্য পোৱা যায়।

উত্তৰ ;—একবেণু

৬৪। ৩৬৫ টা হাতীৰ পাল।
দ্বাদশ পৰ্ব্বতত চৰে সৰ্ব্বকাল ॥
ত্ৰিশ কুম্ভত খাই পানী।
সাতোটা স্তম্ভত বান্ধি থয় আনি।

উত্তৰ ;—বছৰ।

৬৫। আৰু এক কথা বাপু শুনিবা মনোত।
এক অধিকাৰে কিছু শুশুনি মনোত ॥
গাওঁ ঠাকুৰীয়াক পাছে মাতিয়া আনিলা।
শীঘ্ৰ কৰি টকা লাগে বচন বুলিলা ॥
মজুন্দাৰ নোহোৱাত জমা নকৰিলা।
শীঘ্ৰ কৰি টকা আনি হুকুম কৰিলা।
পাছে গাওঁ ঠাকুৰীয়া গাৱঁক আসিলা ॥
দুই ৰূপ প্ৰতি গিৰিত সাধিলা।
দুই ৰূপ এক গিৰি বেছি মাত্ৰ ভৈলা।
এহিমতে সিটো ৰূপ সাধন কৰিলা ॥
টকাক সাধি পাছে ৰূপক সোধাইলা।
জমা বেছি দুগুণ ৰূপ নিজ হাতে বৈলা ॥
টকা পাই অধিকাৰে মনোত গুণিলা।
কেনমতে ইটো ৰূপ সাধন কৰিলা ॥
টকাক সাধি পাছে ৰূপক সোধাইলা।
জমা বেছি দুগুণ ৰূপ নিজ হাতে বৈলা ॥
টকা পাই অধিকাৰে মনোত গুণিলা।
কেন মতে ইটো ৰূপ সাধন কৰিলা ॥

এহি কথা পাছে কায়স্থত সুধিলেক ।
জমাই সহিতে টকা কত সাধিলেক ॥
কতেক যে গিৰি তাৰ মৌজাত আছিলা ।
কিবা দৰে তাহাত যে ৰূপক সাধিলা ॥
কতখানি জমা তাৰ দিওক বুজায় ।
কেন মতে দুইগুণ ৰূপ হাতে ৰয় ॥
কায়স্থে বোলয় কথাক শুনিবা ।
দুইশত ত্ৰিশ গিৰি তাৰ মৌজাত ধৰিবা ॥
দুই ৰূপ কৰি টকা তাহাতে তুলিবা ।
এই গিৰিত দুই কৰা অধিক কৰিবা ॥
এক শত ৫৩ টকা আৰু দুই কৰা জান ।
এহিখানি মূলধন জমা লওক প্ৰমাণ ।
জমা বেছি তিনি গুণ ৰূপক সাধিলা ।
চাৰি শত ষাঠি ৰূপ দুই কৰা ভৈলা ॥
আৰু এক ভাগ ৰূপ জমাত সাধিলা ।
তিনিশত সাত ৰূপ তাৰ হাতে ৰৈলা ।
এহিমতে ইটো কথা ভাঙণ কৰিলা ।
কিতাপ শাস্ত্ৰ আৰ এহিমানে ৰৈলা ॥
সৰস্বতী মাতৃ যিটো কৃপা কৰিলেক ।
আপোনাৰ নিজ গুৰু আজ্ঞা ধৰিলেক ॥
কি কাৰণে পদ ইটো আমি যে কৰিলোঁ ।
সাধু বৈষ্ণৱৰ পদ শিৰত ধৰিলোঁ ॥
হেন জানি সবে নবে এৰি আন কাম ।
পাতোক চাৰোক ডাকি বোলা ৰাম ৰাম ॥

উত্তৰ ;—২৩০ গিৰি, ৪৬০ টকা তুই কৰা, ৩০৭ টকা।

৬৬। অতি বিতোপন গছ নবকোটি পাত।
পলকত সৰে তাৰ নব শত পাত ॥
কোৱা কাইথৰ পো গণনা কৰি।
কিমান দিনত ওৰ হব সৰ্ব্ব পত্ৰ সৰি।

উত্তৰ ;—২১৭ দিন, ৪৬ দণ্ড, ৪০ পল।

৬৭। এজোপা শিমলুত নটা ঠাল।
ঠালে প্ৰতি নটা নটা ডাল ॥
ডালে প্ৰতি ন ন ফেঁচা।
প্ৰতি ফেঁচাৰ ন ন ফেঁচী ॥
ন ন ফেঁচীৰ ন ন কণি।
কিমান পোৱালী কোৱা গণি ॥

উত্তৰ ;—৫৯০৪৯ টা

৬৮। কুমাৰণী বাই কুমাৰণী বাই।
কৰাত ছয় বুৰা চাকি পায় ॥
কাৰণত নো কতেক হয়।

উত্তৰ ;—১৫৩৬০০ চাকি

৬৯। এক পৰ্ব্বতত ষাঠী ডাল চাটিয়ান।
তাৰ কাষে কাষে ষাঠীটাকৈ ম'হ।
প্ৰতি মহত ষাঠীটাকৈ বগ।
আকৌ বগৰ ঠোটত ষাঠীটাকৈ মাছ।
দিক চণ্ডালে ভগাইলেক সেই মাছ।
গাই প্ৰতি পৰিলেক কতনো মাছ।

উত্তৰ ;—১২৯৬০০০ মাছ

৭০। ষাঠী মোণ চেনিৰ এটা বৰা।
তাক খাই এটা মাকৰা—
দিনে এক ৰত্তি খাই।
কতদিনে বৰা ঢুকায়।

উত্তৰ ;—১১৭১২০০০ দিন।

৭১। পুস্কৰিণী আছে এক ইন্দ্ৰৰ ভুবনে।
ছয় গোটা কোণ তাৰ দেখিতে শোভনে॥
ছয় পাৰে ছয় গোট পুখুৰীৰ জান।
পূৰ্ব্বে বিশ্বকৰ্ম্মে তাক নিৰ্ম্মিলে যতন॥
এক গোটা জান এৰি দিলে মহাশয়।
দুই দণ্ডে পুখুৰীৰ জান শুকাই যায়॥
ইগোট এৰিয়া আৰু গোট এৰি দেই।
চাৰি দণ্ডে জল শুকাই জল নাথকয়॥
ইগোট বান্ধিয়া আৰু গোট এৰি দেই।
ছয়দণ্ডে জানা তাৰ জল শুকাই যায়॥
ইগোট বান্ধিয়া আৰু গোট এৰি দেই।
জল আহি এক দণ্ডে পুখুৰী ভৰয়॥
ইগোট এৰিয়া আৰু গোট এৰি দেই।
জল আহি দুই দণ্ডে পুখুৰী ভৰয়॥
সি গোট এৰিয়া আৰু জান এৰি দেই।
তিনি দণ্ডে জল আহি পুখুৰী ভৰয়॥
একদিনা ইন্দ্ৰে ৰং চাহিবে আসিলা।
তিনি গোট জান একেলগে এৰি দিলা॥

পুখুৰী শুকাইল কিছু জল নাথাকিল।
কহিওক কতবেলি পুখুৰী শুকাইল॥
এহি তিনি জান পুনর্ব্বাৰ নাবান্ধিলা।
আৰুওতো তিনি জান একেলগে এৰি দিলা॥
বান্ধিবে লাগিলা জান পূর্ব্বৰ আকাৰ।
হৰি শৈতে ৰং চাৰে দেৱ পুৰন্দৰ॥
কহিও কায়স্থ সব ইয়াৰ তত্ত্বক।
কতবেলি পুখুৰীৰ জল ভৰিলেক॥
ভাগুনীৰ অঙ্ক কহো শুনিও :——————
ছয় কুৰি জুৰি তিনি নেত্ৰ হৰিও॥
যি লব্ধ ৰহে ববেদি পুৰিবা।
যি হয় তাক বেদে হৰিবা॥
যি লব্ধ ৰহে নেত্ৰে পুৰিবা।
উপৰত্ত জানা যিমান উচয়।
সেহিসে পলত পুখুৰী শুকায়॥
পুনশ্চ ষাঠী অঙ্ক জুৰিবা।
সেহি অঙ্কত নেত্ৰে হৰিবা॥
যি লব্ধ ৰহে কৰে পুৰি।
যি হয় তাক বেদে হৰি॥
তলে জল যত লব্ধ পাইবাহা।
তাক নেত্ৰ দি পূৰিবাহা॥
পূৰণিত যিবা উচেও পৰে।
সেহিমান পলত পুখুৰী ভৰে॥
যতপল হয় পুৰিও কৰে।

তিনি জানে পানী যাইবাৰ তবে ॥
উপৰে যি আছে তত এপনে।
ভৰে পুখুৰী বাকী নবৈলে ॥

উত্তৰ ;— ১/১২ অংশ পানী ওলাওঁতে ৬০ পল লাগে আৰু ১/১২ অংশ পানী সোমাওঁতে ৬০ পল লাগে। মুঠকথা সমান সময়ত ৩টা জানেৰে পানী শুকায় আৰু সমান সময়ত ভৰে। ( ৬টা জান খোলা হলেও )।

২। এক দিশে আছে কমলেক বন।
ভ্ৰমৰাই মধু খাই একশত মন ॥
মাহা পৰিমাণে মধুক ফুলত পায়।
এক ভ্ৰমৰাই মধু দেৰ ৰতি খায় ॥
কহিও কায়স্থ বাপু ইহাৰ কথা।
কতনো ভ্ৰমৰ কতনো ফুল ॥
ভাঙনীৰ কথা আবে শুনা মহাশয়
আশী টকা জুৰি পূৰা। ত্ৰিশ অঙ্কয় ॥
উপৰে যিমান উচে জানা মহামতি।
এক মোণৰ টকা সেই জানিবা সম্প্ৰতি।
তাহাক শতেকেপূৰি পাইবা যিমান ॥
শতেক মোণৰ টকা জানা সেহিমান।
বেদে পূৰি পোণ পাইবা হয় যত মান ॥
চব্বিশে পূৰিয়া ৰতি পাইবা বিদ্যমান।
তাক নেত্ৰে হৰি লব্ধ যতেক ৰহয় ॥
কৰে পূৰি পাইবাহা ভ্ৰমৰ যত হয়।

উত্তৰ ;— ২০৪৮০০০০ ভোমোৰা, ১২৮০০০০ ফুল।

৭৩। কৰন্ত কান্তি সুমেৰু দেখিতে শোভন।
অৰ্দ্ধে উৰ্দ্ধে আছে লক্ষ যোজন প্ৰমাণ ॥
জাম্বু দ্বীপ মধ্যে আছে, মেৰু পৰ্ব্বতেক
তাহাৰ থাকৰ কথা শুনিও প্ৰত্যেক ॥
চৌৰাশী হাজাৰ উপৰক আছে জুৰি।
ষোল্ল হাজাৰ পোট গুৰে আছে পৰি ॥
মধ্যভাগে স্বৰ্ণৰ শৃঙ্গ ভয়ঙ্কৰ।
মহা লীলা কৰি থাকে গন্ধৰ্ব্ব সকল ॥
এক হাত এক বেগত আঙুল যে চাৰি।
মোট চল্লিশ আঙলে এক এক থাক ॥
এহিমতে থাক নিৰ্ম্মিয়াছে দেৱ হৰি।
কহিও কায়স্থ ভাই কিতাপত চাই ॥
ইহাৰ থাকৰ কথা দিওক বুজায়।
ইহাৰ ভাঙনী বুজা সাক্ষাতে :—
গগন, কৰ, বান, নেত্ৰ প্ৰথমে জুৰা।
চৌৰাশী হাজাৰ তাহাতে পূৰা ॥
যতেক উচে ওপৰত্।
চৌৰাশী যোজনৰ সেহিসে হাত ॥
চব্বিশে পূৰিলে হয় যিমান।
চৌৰাশী হাজাৰ যোজনৰ আঙুল ততমান ॥
চল্লিশ আঙুলে তাহাক হৰি ॥
চল্লিশে হৰিলে ৰহিব যিমান ॥
জানিবা মেৰুৰ থাক সিমান।

উত্তৰ ; ১৭৭৪০৮০০০ থাক।

৭৪। ত্রি সত্তৰি, সাতাতিথৌ, পঞ্চবিংশতি—একাধিকং।
পঞ্চত্তৰশতে হৰিলে ৰহে যত, কৰমুষ্টি কৰা বুজিবা তত।

ভাঙনী :—

তিনি কৰাকে গণিব যতেক কৰা অধিক হয়
তেতি সত্তৰি ধৰিব।
পাঞ্চ কৰাকে গণিব যেতি কৰা অধিক হয়
তেতি একৈশ ধৰিব।
সাত কৰাকে গণিব যেতি কৰা অধিক হয়
তেতি পোন্ধৰ ধৰিব॥
তিনিয়োকো একুণ কৰি এশ পাছে হৰিব।
অৱশিষ্ট যি থাকে তাকে মুষ্টিৰ কৰি বুজাব।

উত্তৰ; ৭ ৰ ওপৰ ১০৫ ৰ কম সংখ্যা ধৰি ৩, ৫, ৭ ৰে ভাগ কৰিব। বাকী ৩ ভাগত ১ ৰলে ৭০।৫ ৰ ভাগত ১ ৰলে ২১।৭ৰ ভাগত ১ ৰলে ১৫ ধৰিব। এইবোৰ একুণ কৰি ১০৫ ৰে হৰণ কৰি বাকী ৰলে আনে ধৰা সংখ্যা কৈ সৰ্ব্বজান হব পাৰি।

৭৫। এক সদাগৰৰ তামোল বাৰী।
খাজনা লাগে অনেক কৰি॥
বাৰীত তামোল হাজাৰ ডালি।
ডালে লাগে ছয় ছয় বুৰী।
কতনো তামোল কতনো কৰি।
দুই কৰাত তিনি তামোল॥
ভাঙনী কৈ কৰা আমোল।

উত্তৰ; ১২০০০০ তামোল, ৮০০০০ কৰা।

১৬। শুভঙ্কৰৰ ফাকি চৌত্ৰিশৰ তিনি গলে

কিমান থাকে বাকী।

উত্তৰ; ৩১ আখৰ।

১৭। শুভঙ্কৰৰ ফাকি, ষাঠীৰ ষাঠী গলে

বাকী থাকে ঊনষাঠী

উত্তৰ; ৫৯ মিনিট।

১৮। চাৰি চৈধ্যং আৰু চাৰি।

ছাত্ৰ বহিছে শাৰী শাৰী॥

বাট এৰি দিয়া পানীক যাওঁ।

মোৰ স্বামীৰ সেই নাও।

উত্তৰ ,=ষাঠীয়া। ( স্ত্ৰী এজনী পানীক যাওঁতে, ছাত্ৰ কিছু-মানে স্বামীৰ নাম সোধাত। বুধিয়ক স্ত্ৰীয়ে এইদৰে কয় )।

১৯। তিনি শ কুৰিত আনি খৰ্বে পূৰিবা।

জমা অঙ্ক দিয়া তাৰ ভাগক হৰিবা।

হৰি লাভ অঙ্ক জানা যতেক হোৱয়।

সেহি খানি গণ্ডা কৰি বুজিবা নিশ্চয়॥

গিৰি প্ৰতি পৰে তাক জানিবাহা পাৰে।

জমাত তুলিয়া তাক বুজিবা সত্বৰে॥

যত গোট অঙ্ক তাক লৈবা জানি।

ষোড়শ অঙ্কত তাক পূৰিবাহা আনি॥

একত্ৰ কৰিলে তাক আনা কৰি জানি।

তাহাক জানিবা নিশ্চে সবে বোলে কাণি॥

যদি পাইক থাকে থাকে চোগুণ কৰিবা।

শেষে যদি থাকে তাক তাহাতে জুৰিবা॥

জমা অঙ্ক বুলি তাক জানিবাহা সাৰে ;
যত টকা তত গণ্ডা কৰিবা তাহাৰে ॥
গণ্ডা কুৰিৰ বাবে আনাকেই লব।
তিনি শ বিশ কঠা আনি স্থাপন যে কৰ ॥
ৰূপ দিয়া তাহাত যে পূৰিবা নিশ্চয়।
সেহিথানি গণ্ডা কৰি জানা মহাশয় ॥
গিৰি প্ৰতি পৰে তাক জানিবাহা সাৰে।
জমাত তুলিয়া তাক বুজিবা সত্বৰে ॥
গোট পাইক পোৱা কাণি সবাকো জানিবা।
বস্থ দিলে পাতি তাক অনুক্ৰমে লৈবা ॥
হৃদিষ্ণ পঞ্চক বুলি ইয়াক জানিওক।
কহে চুড়ামণি, চাহি প্ৰমাণ লওক ॥

উত্তৰ, বছৰৰ দৰমহাদ ৩২০ ৰে পূৰি ( টকাক গণ্ডা কৰি ), ৩৬০ ৰে হৰণ কৰাৰ আৰ্য্যা।

৮০। চৌষষ্টিত তুলি গোট পাইক জানিবাহা।
তাৰ অৰ্দ্ধভাগ আনি দুই পোৱা লৈবা ॥
তাহাক অৰ্দ্ধ লৈ এক পোৱা কৰি জানি।
তাহাৰ অৰ্দ্ধ ভাগক যে বোলে দুই কাণি ॥
তাহাৰ অৰ্দ্ধক লই পাছে কাণিক জানা।
তাৰ অৰ্দ্ধ ভাগ অঙ্ক কাণিৰ অৰ্দ্ধ হয় ।
তাহাৰ অৰ্দ্ধ লৈ যত পাইলা জানা।
চৌষষ্টিক হৰি তাক দেখিও প্ৰমাণ ॥

উত্তৰ ; ৬৪ ক ৫৫ ৰে হৰিলে ৬৪ হব।

৮১। আৰু এক পঙ্কৰ শুনা বিৱৰণ।
গিৰি টকা সম কৰি কৰিবা স্থাপন॥
যতেক পদ অঙ্ক পূৰিবা বত্রিশে।
একত্র কৰিয়া অঙ্ক বুন্দা দিবা শেষে॥
জমা অঙ্কৰে হৰিলে তাত যত হয়।
গণ্ডা বহে প্রতি নাহিকে সংশয়॥

উত্তৰ ;—টকাৰ সংখ্যাক ৩২০ ৰে গুণ কৰিলে গণ্ডা হব। তাক দিনৰ সংখ্যা ৩৪০ ৰে হৰিব পালে।

৮২। আৰু এক পঙ্কৰ কথা কহো শুনা।
বিসম পঙ্ক আক বোলে সর্ব্বজন॥
চোক পোণ গণ্ডা আদি পঙ্কে থাকয়।
চোকে পোণে পোণ বুলি নাহিকে সংশয়॥
কাওনত চোক যদি চোকে পোণে লইবা।
পোণে পোণে পঙ্কবং নিশ্চয় জানিবা॥
গণ্ডাত সে কৰা আছে তাক জানিওক।
কৰাত যে কণ্ঠ বুলি নিশ্চয় লওক॥
তিনি কণ্ঠে কৰা হোৱে প্রস্থৰৰ বেলা।
ই সব বচন খানি নকৰিবা হেলা॥

উত্তৰ ;—মাটি কালি কৰাৰ আৰ্য্যা।

৮৩। আৰু এক পঙ্কৰ শুনিও আতপৰে।
অজামিল পঙ্কক বোলয় সবে নৰে॥
যেহি খানি অজা হোৱে তাক লিখি লৈবা।
একত্র কৰিয়া তাতে পাইক জানিবা॥

গোট পাইক পোৱা কাণি তাকে লিখি লৈবা।
ষোড়শ অঙ্কত আনি তাহাকে পূৰিবা ॥
তিনি শ ষাঠী দিয়া তাহাক হৰিবা।
হৰিলাত লব্ধ অঙ্ক যতেক হোৱয় ॥
দিনে প্ৰতি পৰে সিটো নাহিকে সংশয়।
দিনে প্ৰতি তিনি কৰা এক কণ্ঠ জানা ॥
আৰ চাৰি দন্ত জানা অঙ্কৰ প্ৰমাণ।
ইটো কথা এহিমানে সংহৰিয়া থওঁ ॥
খৰিদৰ কথা কিছু প্ৰপঞ্চিয়া কওঁ।

উত্তৰ ;—বছৰত এটকা হলে দিনত—( ৮—৪ দন্তী )।

৮৪। খৰিদ কৰিবে প্ৰতি বোলে যিবা জন।
দৰ দিয়া অঙ্কক যে হৰিবা তেখন ॥
হৰিলাত অঙ্ক জানা যতেক হোৱয়।
ততেক যে দ্ৰব্যৰ গোট নাহিকে সংশয় ॥
যতেক বা খৰিদে বোলয় যিবা জন।
এক কৰা কৰিব যে বুলিলোঁ বচন ॥
যদি পোণ গণ্ডা বহে বুলি কহিবা।
যেই দৰে দেই সেই দৰে দি হৰিবা ॥
হৰিলাত অঙ্ক জানা যতেক যে হয়।
ততেক দ্ৰব্যৰ গোট নাহিকে সংশয় ॥ (বস্তু কিনা আৰ্য্যা)

৮৫। আৰু এক কাৰণ, এক কৰা দিলে একজনে।
খৰিদ কৰিবে বুলি বুলিলা বচনে ॥
দেৱ কৰাৰ দৰে ফল কিনি দিয়া আনি।
কতফল পাইলে মোত কহিওক জানি ॥

হেন শুনি কায়স্থেও মনে গুনি চাইলা।
যত গোট ফল হব হিচাবত পাইলা॥
এহি দৰে খৰিদ কৰয় যিটো জন।
তাক এহিমতে বুজা নিশ্চয় বচন॥
আৰু খৰিদৰ কথা শুনা আত্তপৰে।
বিষম খৰিদ অঙ্ক বোলে সৰ্ব্ব নৰে॥

উত্তৰ ;—১৫৪ টা।

৮৬। পাছ কৰা কৰিব যে তেৰ গোটা ফল।
কহিও কায়স্থ সব কত হোৱে ফল॥
শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
দৰ দিয়া কাৰণক হৰিয়া পেলাইলা॥
বানে হৰি তাহাক সে চন্দ্র নেত্রে পুৰি।
একুন কৰিয়া তাতে বুজা শীঘ্র কৰি॥

উত্তৰ ;—৩৩২৮ টা।

৮৭। আৰ এক কাৰণ কৰি দিলা একজনে।
খৰিদ কৰিবাক বুলিলা বচনে॥
সেহি কৰি লৈয়া যেবে বজাৰে চলিলা।
সাত পাছ চাৰি দিয়া ফলোক কিনিলা॥
তাক মহাজনে বুলিলেক বাণী।
কত ফল পাইলি মোত কহিও কাহিনী।

ভাঙনী ;—

শুনি দূতে নিয়া পুন্ন ফল আনি দিলা।
তিনি পোণ ফল পায়ম নত শুনিলা॥

কাত কিবা দিলি কৰি কহিও যত্নে।
দুতে বোলে বুজি লোৱা দিও এতিক্ষণে॥
এক কোৰি কাৰণক কৰা কৰিলেক।
দৰক এবত্র কৰি ভাগ হৰিলেক॥
ঘৰক আহিয়া দেখিলেক তাক।
তিনি দৰে তিনি আহি বুলিলেক বাক॥
ভাগে ভাগে বুজা যদি দৰে পূৰি চাবা।
পৃথক পৃথক কৰি কৰিক যে পাবা॥
এহিমতে যতেক বোলয় মহাজনে।
দৰক একত্র কৰি হৰ তাবক্ষণে॥
হৰিলাত অঙ্ক জানা যতেক হোৱয়।
ততেক সে দ্ৰব্যৰ গোট নাহিকে সংশয়॥
যেতি ভাগ দৰ দেই তেতি ভাগ কৰি।
ফলোক বুজিবা তাত কলোঁ নিস্থ কৰি॥
শুনিয়া কায়স্থে পাছে মনে গুনি চাইলা।
দৰ দিয়া অঙ্ক হৰি ফলোক পাইলা॥

উত্তৰ ;—ভাগে ৮০ টাকৈ বা তিনি পোণ (৩২০, ৪০০ ৩৬০) কৰা।

৮৮। যোল্ল ভ্ৰাতৃ সমে এক গিৰি যে আছিলা।
সাৰে বাৰ ৰূপ লাগে তাহাতে ভগাইলা॥
চাৰি গিৰিত পাঞ্চ শিকা কৰি জানিওক।
চাৰি গিৰিত চৈধ্য আনা তাহাত লৈওক।
চাৰি গিৰিত দহ আনা তাহাতে লিখি লৈবা।
তিনি গিৰিত সাত আনা তাহাতে জানিবা॥

এক গিৰিত তিনি আনা তাহাতে বুজি লৈবা
এহি মতে যোল্ল গিৰিত বুজিয়া লৈওক ॥
দুই ভাগ কৰি আক দুয়োক ভগাই ।
ছয় টকা এক শিকি ভাগত হোবয় ॥
গিৰিত ভগায়া আক দুয়ো ভাগ হৰি ।
ছয় টকা এক শিকা গিৰিত যে ধৰি ॥
ইহাৰ ভাঙনী আবে শুনা আত পৰে ।
পাঞ্চ শিকা কৰি তিনি গিৰিত যে ধৰে ॥
দহ অনা তিনি গিৰিত তাহাতে জানিবা ।
সাত অনা তিনি অনা তাহাতে লিখি লৈবা ।
এহি আঠ গিৰিক যে এক ভাগ কৰি ।
ওপৰ ভাগত তাতে বুজা নিস্ত কৰি ॥
পঞ্চকৰ কথা আবে এহিমানে থওঁ ।
যিটো কথা ভৈলা পাছে তাৰ কথা কওঁ ।

উত্তৰ ।—

| গিৰি | | টকা |
|---|---|---|
| ৩ | পাচ শিকিকৈ | ৩৸০ |
| ১ | সাত অনাকৈ— | ।৶০ |
| ১ | তিনি অনাকৈ — | ৶০ |
| ৩ | দহ অনাকৈ— | ১৸৶০ |
| ৮ | | ৬।০ |

এতেক ইয়াৰ দুগুণ

৯

৮৯। বেদ বাণ কৰ নেত্ৰে সৰ্ব্বাঙ্কক পূৰিয়া দেখ। সমানে ভাগায় লেখ। বান বান সপ্ত নেত্ৰ সৰ্ব্বাঙ্কে শকে ঘৃত। শুই নাৰায়ণ দেব শুইদেষৰ ৰণভূমি চাৰি। ইয়াৰ অৰ্থ ১৩৫৬ শক

৯০। পচ্ছায়া দ্বিগুণং কৃত্বা।
চতুৰ্দ্দশ সমন্বিত
পক্ষ, গ্ৰহ, কৰাদ্ৰ ভাগ।
লব্ধে দণ্ডাদিকং ভবেৎ।

উত্তৰ ;—[ টোকা ] ভৰিৰ খোজৰ দ্বাৰা নিজ ছাঁ জুখিব। তাক দুগুণ কৰিব। তাত ১৪ যোগ কৰিব। তাৰে ২৯২ ক ভাগ কৰিব। উত্তৰ যি হব, সিমান দণ্ড বেলি হব। যেনে ৩।১২।২৫ ইং তাৰিখে ৰাতিপুৱা আমাৰ ছাঁ জোখাত ১০ ভৰি হ'ল এতেকে ১০×২=২০। ২০+১৪=৩১। ২৯২÷৩৪=৮ ২৩/৩৪ দণ্ড বেলি বা ( ৭॥ দণ্ডে ৩ ঘণ্টা ) প্ৰায় ৮৷৷টা। উত্তৰ—ঘৰিমতে ৮৷ বাজিল। ভাটিবেলাৰ সময় দুপৰীয়াৰপৰা হিচাব কৰিব। এই নিয়মে আগেয়ে সময় নিৰূপণ কৰিছিল। বৰ্ত্তমানেও 'গণক' সকলে এই মত ষোলকলায় সমৰ্থন কৰে।

৯১। অষ্ট দ্বি মৈত্ৰা, ঋতু বহ্ণ মাসা।
বেদাবসাষ্টো, ভুজ বহ্নি বেদাঃ।
এতানি ত্ৰি শূন্য সংযুতানি।
যুগাব্দ সংখ্যা পৰিকল্পিতানি।

উত্তৰ ;

| | | | | |
|---|---|---|---|---|
| ৪৩২০০০ বছৰ অর্থাৎ | সত্য | ১৭২৮ | ০০০ | বছৰ |
| | ত্ৰেতা | ১২৯৬ | ০০০ | বছৰ |
| | দ্বাপৰ | ৮৬৪ | ০০০ | বছৰ |
| | কলি | ৪৩২ | ০০০ | বছৰ |
| | যুগান্দৰ মুঠ | ৪৩২০০০০ | | বছৰ |

ইথে বুজি চৌযুগ সংখ্যা।

বিশ সহস্ৰ তিয়াল্লিশ লক্ষ।

৯২। কল কিনিবাক প্ৰতি দিলে কাৰণ যিটোজন।

পাছ কৰাই ছয় কল জানিবা তেখন।

হৰণৰ লব্ধ অঙ্ক যতেক ৰহয়।

কাৰণত ততফল নাহিকে সংশয়।

উত্তৰ ১৫৩৬ টা কল।

৯৩। এটা বুঢ়াৰ নওটা তিৰি।

ন ওটা নওটাকৈ হল ছলি॥

নওটা নওটাকৈ দিলে কল।

তিৰি, ছলি, কল, কত হ'ল॥

উত্তৰ ;—৮ ১৯ টা

৯৪। গগন চাঁদ গ' ন ঁাদ গগন চাঁদ দে জানি।

পূণ্‌্ক আ্‌নণ, ্গন চাঁদ পূৰিয়া জান।

উত্তৰ ;—১০ ১০ ১০ ১০ ১০ ০।

৯৫। গুণ প্ৰাহি ্ ৰ পূৰাণ।

সম বিষমে বুজায়া পূৰি।

চন্দ্র হানি কৰিয়া শত ভাগ হৰি।
লব্ধ যত পায় পূৰিয়া লব্ধে॥
পূৰা অঙ্ক কৰিবা আশ।
কহে শুভঙ্কৰে অঙ্কৰ গৌৰৱ।
পূৰণ অঙ্কৰ ভাঙিলোঁ ভাগ।

উত্তৰ; ৩।৯।২৭ এই ক্রমে অঙ্ক বাঢ়ে। এতেকে ৮১।
ইয়াৰ একবাদ দি শতকৰ ভাগ দহেৰে হৰিলে।
হৰ। ৮ক ৮ ৰে পূৰিলে ৬৪ ওলাব।

৯৬। "যলৰ" যাত্রত থাকে আকাৰে শোভিত।
"প"বর্গৰ শেষ বর্ণ দক্ষিণেতে স্থিত॥
এনেকুৱা বন্ধু আমি কোথাই পাইব।
পঞ্চবাণ ভক্ষ কৰি পৰাণ ত্যজিব॥
বাণ পঞ্চ একুন কৰি ইহাৰ উত্তৰ পূৰি।
চন্দ্র উণ কৰি থাবলই চিন্তা কৰা হৰি॥

উত্তৰ; বিশ থাৱলৈ টান পায় হৰিৰ নাম লয়।

৯৭। এক ৰাজ বধূয়ে বাপৰ ঘৰে যায়।
লগে নিয়া মনুষ্যৰ লেখ জোখ নাই॥
সপ্তম বাটত সৈন্য শাৰী কৰি বাখে।
অৱশেষে যত সৈন্য তাক বজাই লিখে॥
এদল ছুদল কৰি বস্ত্র দিলা আনি।
সব সৈন্য জুৰি গৈলা নাথাকিল বাকী॥
কহিও কায়স্থ সব কৰি একমণ।
ৰাজ বধূ লগে সৈন্য গৈলা কতজন॥

কতেক যে বস্ত্র তান সৈন্যক জুৰি।
কেন মতে সংখ্যা কৰি বস্ত্রক যে দিল॥
কায়স্থে বোলয় কতেক সৈন্য লৈয়া।
বাপেকৰ গৃহে গৈলা আনন্দ কৰিয়া॥
প্রথম বাটোত পাঞ্চশত ৰাখিলন্ত।
দ্বিতীয় বাটোত তাৰ অৰ্দ্ধেক কইলন্ত॥
তৃতীয় বাটোত তাৰ অৰ্দ্ধেক ৰাখিল।
চতুর্থ বাটোত চৌত্রিশ যে সৈন্য ৰৈলা॥
পঞ্চম বাটোত ত্রিশ সৈন্য ৰাখিলন্ত।
ষষ্ঠ বাটোত ষোড়দশ সৈন্য ৰহিলন্ত॥
৭ম বাটোত আঠজন মাত্র ৰৈলা।
সাত সাত জন মাত্র ৰাজ বধূ লগে গৈলা॥
সেই সাত দলক বস্ত্র দিলা কিবা দৰে।
তাহাৰ সংখ্যাক আবে শুনা আতপৰে॥
প্রথম দলক নথন বস্ত্র দিলা।
সত্তৰ যে খান বস্ত্র দুই দলে পাইলা॥
বত্রিশ যে বস্ত্র দিলা তৃতীয় দলক।
চতুর্থ দলক ৬৪ বস্ত্র দিলেক॥
একশত ছয়ষষ্ঠী বস্ত্র পঞ্চদলে নিলে।
একশ একত্রিশ যে ষষ্ঠ ভাগ ভৈলা॥
পঞ্চশত বস্ত্র সপ্তম ভাগত।
সপ্তদলে বস্ত্র নিয়া একত্র কৰিলন্ত।
গাইপতি সমভাবে বাটিয়া লইলন্ত।
কিতাপত চাই আক লৈয়োক সে তত্ত্ব॥

সমস্ত স্থানোত এহি ক্রমে জানিওক।

একত্র কৰিয়া বস্তক বুজিওক।

উত্তৰ ; ৯৬৩ খন কাপোৰ, গাইপতি এখন।

[ আঠ কঠা ]

( বিশেষ :— কিছু অঙ্ক আগতে দিয়া আছে। )

৯৮। তেৰ তিৰাশি মুনি জান।

যেত্তৰ দি পূৰি আঠ কঠা আন।

উত্তৰ ; ১৩৮৩৭ $\times$ ১১ = ১৫২২০৭।

৩৭ পৃষ্ঠা (খ) ভাঙনী :—

```
          ১ ১ ১ ১ ১ ১ ১ ১
__________________________________
            ৩
            ৫ ৫
          ৭ ১ ৪ ৬ ৬ ৯
          ৩ ১ ১ ৪ ৪ ২ ১
__________________________________
            ১ ৫ ২ ২ ০ ৭
          ৭ ৩
```

বঙ্কি আৰু সপ্তম ক্রমে দুগুণ, তিনি গুণ কৰি দহলৈকে পূৰি সেই অঙ্কেৰে এই অঙ্কক পূৰিছে ক্রমে ২, ২, ৪—ফলক সংখ্যা হব।

যেনে :—৭৩ $\times$ ২ = ১৪৬

এতেক [illegible]। এই ক্রমে···

১৪৬

নাইবা তলত দেখুওৱা ভাঙনী মতে। দুজনৰ দুটা মত। তলত লিখা নিয়ম আমি ১৯২৬ চনত বুদ্ধি নাৰায়ণ চৌধুৰী পণ্ডিত [ মাথিৰাহা টীহু ] মহাশয়ৰ পৰা জানিব পাৰিছোঁ।

৩৭ পৃষ্ঠা বিদাউঠি ( খ´ ) এটা নিয়ম প্ৰাচীন —

১ ১ ১ ১ ১ ১ ১ ১ ১

১
২ ৪
১ ২ ১
২ ১ ২ ১
১ ০ ১ ২ ১ ১
১ ১ ০ ১ ৪ ২ ৪
৮ ৬ ৩ ৪ ৯ ৮ ৬

৪ ৫ ৬ ৬ ২ ১
২৪।/৬।=
১ ১ ১ ১ ১ ১ ১ ১ ১

১
১ ১ ২
৩ ৫ ৪ ৪ ৪ ৯
৭ ৩ ৫ ৬ ৬ ০ ১

গুণ্য — ১ ৫ ২ ২ ০ ৭

গুণক ৭ ৩

টোকা :—

আগেয়ে এই দৰে ওপৰলৈ পূৰণ কৰিছিল। ইয়াক কাইথেলী আঠকঠাৰ অঙ্ক বোলে। ৭৩ক ২ৰে পূৰণ কৰি, পূৰণ কৰিলে ( ১৪৬ ৰে ), সমস্ত উত্তৰ আঠোটা দুই হব এই ক্ৰমে ৩ ৪ ৫ ৬ ৭ ৮ ৯ ৰে পূৰণ কৰি, পূৰণ কৰিলে, ক্ৰমে ৩ ৪ ৫ ৬ ৭ ৮ ৯ আদি ওলাব। বৰ্ত্তমান চলিত প্ৰথা মতে পূৰণ কৰিলেও একে উত্তৰ হব। যেনে :—

১৫২২০৭ × ৭৩ = আঠোটা এক।

নিয়ম :—

গুণ্যব বাওফালব অঙ্কব তলত ৭৩ লিখি, :ক পূবণ কবি ৭৩ ব ৩ টো গুণ্যব অঙ্কব ওপবত আৰু ৭ টো তাব বামে লিখা। (অঙ্কস্য বামাগতি)। ৫ সাত ৩৫। ইয়াব পাছটো ৩ ব ওপবত, ৪ টো ৭ ব ওপবত আৰু ৩ পাচ ১৫, ৫ টো গুণ্য অঙ্ক ৫ ব ওপবত, ১ টো ৫ব ওপবত আৰু ৩ গুণ ৬, ৬ টো গুণ্য অঙ্ক ২ব ওপবত লিখা। ৭ দুগুণ চৈধ্য, চাবিটো ৬ব ওপবত, ১ টো ৪ব ওপবত আৰু ৩ দুগুণ ৬, ৬ টো গুণ্য অঙ্ক ২ব ওপবত লিখা। "0" টো গুণ্য অঙ্ক "০" ব ওপবত লিখা। ৭ সাত ৪৯, ৯ টো "0" ব ওপবত ৪ টো ৬ব ওপবত আৰু ৩, সাত ২১, টো গুণ্য অঙ্ক ৭ব ওপবত, ২ টো নব ওপবত লিখা। শেষত ওপবত আঁচ টানি যোগ কৰা। উত্তব আঠোটা এক হব।

(খ) ৫ম অধ্যায় ৩৪ নম্বৰ।

১ ১ ১ ১ ১ ১ ১ ১

---

১

১ ১ ৪ ৩ ২

১ ৪ ২ ২ ৪ ৪

১ ০ ৮ ৫ ৪ ৪ ৬ ৫

---

৬ ০ ৮ ৮.২ ৮

১৮।

প্রথমে ৬ ক ১৮ বে ১০৮, পাছত ৬ ক এক চোকেবে আঠব ওপবত এক, হাতে দুই চোক। এই দুই চোকক দশাঙ্ক (১০ বে) গুণ কৰাত ৫ কাৰণ। ৫ টো শূন্যাঙ্ক ওপবত। হাতে। যোৱা চোকক ১০ বে গুণ কবিব

লাগে। এই সংখ্যাৰ দৰে বাকী বোৰক গুণ কৰি দেখুৱা হ'ল।

( ৬০৮৮২৮ × ১৮ । )=আঠোটা এক। ঐ।

( বিদ্যাউঠি ) ৩৭ পৃষ্ঠা খ ( অন্যমত )

( ৪৫৬৬২১ X ২৪।/৬৷= )=আঠোটা এক।

১ ১ ১ ১ ১ ১ ১ ১

২ ৩ ৭ ৸/৩৷

৭ ১ ৩ ।৶১০ ॥

৮ ৫ ৬ ১ ।৵৬

২ ৮ ৫ ৩ ৮ ৸/

১ ১ ৪ ১ ৫ ৫ ।০

১ ১

১ ২ ২ ১

১ ০ ২ ২ ৪ ২

৮ ৬ ০ ৪ ৪ ৮ ৪

৪ ৫ ৬ ৬ ২ ১

২ ৪ ।/৬৷=

২৪।/৬৷=ক ২ৰে গুণ কৰি পূৰণ কৰিলে ৲ৰ ভাগ, এনেকৈ ৩৪ ক্ৰমে গুণ কৰিলে ৯ লৈ ওলাব।

যেনে :—( টোকা ) দশাংশৰা

৩৭ পৃষ্ঠা ( গ )

৩ ৩ ১ ১ ১ ১ ১ ১ ১ ১ ১ ১ ১ ১ ১ ১ ১ ১

১ ০ ১ ১ ১ বা ৮ ১ ১ ০ ৩
১ ২ ০ ৮ ২ ১ ৬ ৪ ৮ ৮ ২ ৪ নাইবা ৮ ১ ১ ০ ৩
২ ০ ২ ১ ১ ২ ৪ ২ ৩ ২ ৩ ২ ৬ ৪ ৮ ৮ ২ ৪
৮ ৫ ৬ ৭ ৭ ৬ ৫ ৮ ০ ৬ ০ ৮ ৬ ৪ ১ ০ ৩ ৮ ১ ১ ৮ ৪

২ ৫ ৯ ৫ ২ ৯ ৬ ২ ৫ ৯ ৫ ২ ৯ ৬ ২ ৫ ৯ ৫ ২ ৯ ৬
৪।১০ ৪।১০ ৪।১০

৯৯। বাম বান বান বান ভুজ।
দশাঙ্কৰ অঙ্কেৰে আঠকঠা বুজ॥

উত্তৰ; ৩ ৫ ৫ ৫ ২×৪।১০ (দশাঙ্কয় অঙ্ক) ইয়াৰ উত্তৰ ওলাব আঠকঠাৰ অঙ্ক ১৫২২০৭।

১০০। বাম বান বান বান ভুজ।
আঠকঠাৰ অঙ্কেৰে দশাঙ্ক বুজ॥

উত্তৰ;—৩৫৫৫২×৭৩ (আঠকঠাৰ অঙ্ক)। ইয়াৰ উত্তৰ ওলাব, দশাঙ্কৰ অঙ্কৰ মূলশাৰী ২৫৯৫২৯৬।

১০১। বহ্নি, শূন্য শচী মহী বসু দিয়া জান।
চন্দ্র নেত্র সপ্তেৰে পূৰিয়া আন॥

উত্তৰ;—৮১১০৩×১৩৬=আঠোটা এক।

১০২। চন্দ্র ৰস পাখা পাখা শূন্য ৰস জান।
চন্দ্র ৰসেৰে তাক পূৰিয়া আন॥
পূৰিয়া দেখ নকৰি শঙ্কা।
জানিবা দশাঙ্কৰ পাতনি অঙ্ক॥

উত্তৰ;—১৬২২০৬×১৬=২৫৯৫২৯৬ (দশাঙ্কৰ অঙ্কৰ মূল শাৰী)

১০৩। ৰস, গগন; বসু, বসু পাখা নাগ থোৱা।
চন্দ্র অষ্টে পূৰি আন আৰু চোক দিয়া॥

উত্তৰ;—৬০৮৮২৮×১৮।=আঠোটা এক। (সাঙ্কেতিক চিহ্ন দেখা)।

১০৪। বিত বেদ বসু বসু কব যুগ গণিজে।
সোতব কাৰণ পাখা পোণ তলত থই।
বুজিও কায়স্থ ক্ষুদ্ৰ দশাঙ্কই ॥

উত্তৰ ; ৬৪৮৮২৪ × ১৭৵ — আঠোটা এক।

১০৫। [ বিষ্টাউঠি ]
সপ্ত শূন্য পাখা পাখা বাণ চন্দ্ৰ বামে লিখা।
নেত্ৰ দিয়া পুৰি লৈবা তাক ॥
বিষ্টাউঠি ইহাকে বোলে।
পাতনি অঙ্ক কহে 'বকুলে' ॥

উত্তৰ ; ১৫২২০৭ × ৩ = ৪৫৬৬২১
( এইয়ে বিষ্টাউঠিৰ অঙ্ক )

১০৬। যুগ বান ৰস ৰস কৰ শচী খণ্ডা।
ভুজ যুগ বান পোণ আৰু ৰস গণ্ডা ॥
দুই বৎ দুই কণ্ঠ ভাগ বিশেষ।
এতেকে জানিবা বিষ্টা উঠিব প্ৰবেশ ॥

উত্তৰ ; ১১১১১১১১। ( সাঙ্কেতিক চিহ্নত চোৰা )।

১০৭। শচী বাণ বসু শূন্য কৰ।
বেদ ৰস গ্ৰহ শচী কৰ ॥
ভাগে ভাগে উধাৰে ধাৰে।
অঙ্ক গণনা কৰে ॥
এই অঙ্কক বোলে নিবন্ধ খৰিনাম।
নিবন্ধে বাঢ়ে বুদ্ধি অতি অনুপাম ॥
কায়স্থ—'বকুলে' কহে ভাগৰ নিৰ্ণয়।
এক পোণ দশ যতে তাহাক পূৰয় ॥

উত্তৰ ; ১৫৮০২৪৬৯১২ ক /২॥ কৰাৰে পূৰণ কৰিলে, নওটা এক ওলাব। ( ১১১১১১১১১ )।

১০৮। ভূজ বাজ গ্ৰহ ৰস বেদ কৰ।
ব্যয় বসু সমন্বিতে বাণ চন্দ্ৰ লিখা॥
দশভি বতকে, পোণে গুণ কৰা।
ইহ কথিতম্ কবিনানিৰন্ধ খৰিতং॥

উত্তৰ ; ১১১১১১১১১

১০৯। চন্দ্ৰ বসু কৰ ৰস যে জান।
বেদ গজ যুগ পাত প্ৰমাণ॥
ঋতু কাৰণ পোণ ঋতু গণ্ডা।
দুই বং দুই কণ্ঠ পূৰি।
বিদ্যাউঠি খণ্ডা॥

উত্তৰ ; ১১১১১১১১১।

১১০। চন্দ্ৰ গ্ৰহ সমুদ্ৰ বাণ।
ত্ৰি শূন্য অষ্ট ৰস বেদ জান॥
গ্ৰহপোণ দিপিণ্ডেৰ পূৰি অঙ্ক।
ই অঙ্কটি বেৰন্ধ কৰি নাম।
ই অঙ্ক জানিলে বুদ্ধি বাঢ়ে অনুপম॥

উত্তৰ ; ( ১৯০৫৩০৮৬৪ × ॥/ পোণ ) নওটা এক ;

১১১। ঐ বাপু নন্দন, পিন্ধিয়াছে চন্দন,
বহি আছে বিৰিখৰ তলে।
সাতপোণ কৰি লই চৈধ্য বছৰ খাটিলে॥
দিনে কেই কৰা কই পৰে॥

---

# পঞ্চম অধ্যায়।

## ওপাৰখিও।

১। ইন্দ্ৰৰ নন্দন ফুল সুগন্ধ বিশেষ।
আনিবাক লাগি ইন্দ্ৰে কৰিলা আদেশ॥
এক আনন্তে তাক দ্বিতীয়ক কলে।
দুতে যায় পাইলা পাছে বাসবৰ স্থান॥
ত্ৰিদশ দেৱক পাছে সম কৰি দিলা।
বাসবৰ হাতে আহি উপস্থিত ভৈলা॥
ভালক দুগুণ কৰি বঢ়াই যে আন।
তেবেসে পাইবা সিটো অঙ্কৰ প্ৰমাণ॥
তৃনীয়াৰ মতে অঙ্ক অঙ্কক জানিবা।
অঙ্কে তিনি এহি অঙ্কোক পূৰিবা॥
এহি মতে ইহাৰ ভাঙনী জানিবা।
একত্ৰ কৰিয়া তাতে ফলোক বুজিবা॥

২। বেদ তিথিতমুং দত্মাৎ
অস্ত অগ্নি বসং তথা
গুণিতং বেদ পোণেন
ষড় গণ্ডাৰি কণ্টতু
চোকস্কিয়া কণ্ঠে, কোবা লব
চোতু ৩, কণ্ঠে কপৰ্দকং গৃহ্যাতে।

৩। দশ পাঁচ পঞ্চবিংশতিক স্থাপিবা।
অন্তে বহ্নি জুৰি এক পংক্তি যে জানিবা॥
পাছে পুহু সপ্তদশে গণ্ডা জানিওক।
আৰ চাৰি কণ্ঠে পূৰি প্ৰমাণ লওক॥
ৰুদ্ৰ হৰ মালা বুলি জানিবা নিশ্চয়।
কহে 'ৰঘুপতি' আত নাহিকে সংশয়॥
বিংশতি ভাগক লাগি তাতে লিখা পাইবা।
মহা সংখ্যা বুলি সেহি অঙ্ক জানিবা॥
তেইশ সম্বৰে সাত্ ত্ৰিশ্ অঙ্ক জান।
শূন্য নেত্ৰ ৰস বহ্নি পৰিমাণ॥
কায়স্থ 'ৰাঘৱে' কহে অঙ্কৰ নিৰ্ণয়।
পোন্ধৰ গণ্ডাই পূৰিবা মহাশয়॥
এহি অঙ্ক খানিৰ নিৰিখ পৰিমাণ।
নিৰিখে বাঢ়য় জানা বুদ্ধি অনুপাম॥

৪। ত্ৰয়োদশ, উনশৎবিশ আশীক জান।
বহ্নি, শূন্য, নেত্ৰ, চন্দ্ৰ, মুনি পৰিমাণ॥
তেসম্বৰ দিয়া তাক পূৰিয়া চাহিবা।
মুকুতা হাৰৰ কথা 'কুসুমে' যে কয়॥
বস্তু খৰি থাক বুলি তাক লিখা পায়।
বেদ বাণ বেদ বাণ বেদ পঞ্চ বাণ॥
এহি খানি জানিবা অঙ্কৰ প্ৰমাণ॥
দুই কাৰণ তিনি পোণ চাৰি গণ্ডা লইবা।
সেহি অঙ্ক খানিত যে পূৰাণ কৰিবা॥

বাৰ লাখ সোত্তৰ হাজাৰ জানিওক।
ছয় শ ছাপন্ন অঙ্ক তাহাতে লওক॥
নব কাৰণ দুই পোণে পূৰিয়া চাহিবা।
তাহাৰ যে জানিবাহা বত্নমালা নাম॥
'কুসুমে' কহিয়া আছে অক্ষৰ প্ৰমাণ॥
বেদ বাণ সপ্ত ৰস কৰ জান।
বেদ শূন্য সপ্ত-বসু যুগ পৰিমাণ॥
শূন্য ৰস ভত সেহি পংক্তি সে স্থাপিবা।
দক্ষিণক লাগি অনুক্ৰমে পাতি লৈবা॥
দুই কাৰণ একাদশ গণ্ডা লইবাহা।
এহি অঙ্ক লৈ পাছে তাহাত পূৰিবা॥
কণ্ঠ হাৰ অঙ্ক বুলি জানিবা নিশ্চয়।
'ৰঘুপতি' বহে আত নাহিকে সংশয়॥

৫। বৰ দুনীয়াৰ কিছু শুনা বিবৰণ।
বৎসৰত দুনী হয় বুলিলোঁ বচন॥
১০ বৎসৰত ৰূপ হোৱে, কত্তেক যে হয়।
শুনিওক কহো আবে ইহাৰ নিৰ্ণয়॥
ষোড়শ অঙ্কক আনি কৰিবা স্থাপন।
বৎসৰং পোণে পূৰা জানা [illegible] লক্ষণ॥
এহি মতে তা[illegible]ৰ [illegible] গুণ কৰি লৈবা।
সেহি অঙ্কক আনি পূ[illegible]ৰিবা॥
ষোড়শ অঙ্কত তোমা[illegible] চাবা।
দহ বৎসৰৰ ৰূপ তাতে লেখা পাইবা॥

যত ৰূপ দেই সেহি ৰূপ দিয়া পূৰি।
এহিমতে বুজি লোৱা কহো নিশ্চ কৰি॥

৬। চন্দ্ৰাধিক চোৰ, সংখ্যা কৰি পূৰা।
শশী সমে চোৰ ভাগো যে জানা॥
তত চোৰ তত হৰি, অধিক সংখ্যা লব্ধক পূৰি।
সম ভাগ কৰি বন্ধ, কৰি যে অধিক শশী॥
গুটি গৃহস্থক দিলে, যে যত চোৰ তত ভাগ কৰি।

৭। তৈল, নব, মধু, ঘৃত শৰ্কৰা।
জগ শূন্য সেৰে মা চন্দ্ৰ লেখ।
চোকে দশাঙ্কক সেৰ ক্ৰমে দেখ॥
সেৰৰ দক্ষিণে পোৱা, পোণে হয় টঙ্কা।
তত অৰ্দ্ধ অঙ্কক বুলিয়া টঙ্কা॥

শেষ।



[ বিদেশত ছপা কৰাত আৰু বহুত পুৰণি আখৰ বিন নোপোৱাত বহুত ভুল আছে। "খ" ঠাইত পুৰণি পুথিৰ মতে "ঋ" আছে। ক্ষমা দিব ]